# ব্ৰহ্মাৰ চকুলো

গণেশ চন্দ্ৰ কুৰ্মি





# ব্ৰহ্মাৰ চকুলো

শ্ৰীগণেশচন্দ্ৰ কুৰ্মি




অসম সাহিত্য সভা

*Brahmār Chakùlo*

A book on Legend and folk-cultûre of the Tea Garden People of Assam, written by Sri Ganesh Chandra Kurmi and Published by Sri Sailen Das, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhavan, Jorhat-785 001.
Price Rs. 35/- only.



প্ৰকাশক ঃ
শ্ৰীশৈলেন দাস
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট -৭৮৫ ০০১

১ ম্

প্ৰথমপ্ৰকাশ ঃ
২৫ ফেব্ৰুৱাৰী, ১৯৯৮ খ্ৰীষ্টাব্দ

মূল্য ঃ পয়ত্ৰিশ টকা মাথোন

প্ৰচ্ছদঃ শ্ৰীৰঞ্জিত গগৈ.

মুদ্ৰক ঃ
দিপ্তী প্ৰকাশন
গুৱাহাটী-৭৮১ ০০১

# উছৰ্গা

পৰম আৰাধ্য চিৰপূজ্য
পিতৃদেৱতা স্বৰ্গীয় জগৰু মাহত্বৰ
চৰণ কমলত
অৰ্পিলোঁ।

# প্ৰধান সম্পাদকৰ এষাৰ

অসম সাহিত্য সভাই অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোক-সাংস্কৃতিক জীৱন, সাধুকথা, শব্দ সম্ভাৰৰ প্ৰকাশৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰি আহিছে। চাহ জনগোষ্ঠীৰ বিষয়ে সভাই কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে আৰু এই গ্ৰন্থসমূহে অসমৰ বিভিন্ন অংশৰ জনসাধাৰণ তথা পঢ়ুৱৈ সমাজৰ পৰা সমাদৃতও হৈ আছিল। এই বছৰ সভাৰ চাহ বাগিচা উপসমিতিৰ সিদ্ধান্ত মৰ্মে অসমৰ চাহ বাগিচাৰ জন-জীৱনৰ কিংবদন্তী আৰু জন-বিশ্বাস সম্পৰ্কে এখনি গ্ৰন্থ লিখিবলৈ চাহ বাগিচা উপ-সমিতিৰ আহ্বায়ক তথা বিশিষ্ট লেখক শ্ৰীগনেশচন্দ্ৰ কুৰ্মিক দায়িত্ব অৰ্পণ কৰা হয়। শ্ৰীযুত কুৰ্মিয়ে নিৰ্দিষ্ট সময়ত এই বিষয়ৰ গ্ৰন্থ 'ব্ৰহ্মাৰ চকুলো'খনি যুগুত কৰি আমাৰ হাতত অৰ্পণ কৰে। গ্ৰন্থখনিৰ পুনৰীক্ষণ কৰি দিয়ে বিশিষ্ট গল্পকাৰ, কবি পাণ্ডু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ড° পৰাগকুমাৰ ভট্টাচাৰ্যই সেয়েহে শ্ৰীযুত কুৰ্মি আৰু ডক্টৰ ভট্টাচাৰ্যলৈ আমি আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সভাৰ মাননীয় সভাপতি ডক্টৰ নগেন শইকীয়াদেৱে গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আমাক দিহা পৰামৰ্শ আগ বঢ়াইছে। তেখেতলৈ আমাৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ। বেটুপাতটি আঁকি দিছে শ্ৰীৰঞ্জিত গগৈয়ে। অতি কম সময়ৰ ভিতৰতে গ্ৰন্থখনি ছপা কৰি দিছে দীপ্তি প্ৰকাশনে। তদুপৰি অন্যান্য দিশত সহায় আগ বঢ়াইছে শ্ৰীমতী দিপ্তী নাথ, শ্ৰীৰমেন ভাগৱতী আৰু শ্ৰীহীৰেন শইকীয়াই। আটাইলৈ আমি শলাগ জ্ঞাপন কৰিলোঁ।

সভাৰ পূৰ্বৰ প্ৰকাশনসমূহৰ দৰে এইখন পুথিয়েও সকলো শ্ৰেণীৰ জনসাধাৰণৰ পৰা সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

২৫ ফেব্ৰুৱাৰী ১৯৯৮ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫ ০০১

শ্ৰীশৈলেন দাস
প্ৰধান সম্পাদক
অসম সাহিত্য সভা



# আগকথা

চাহ শিল্পৰ বাবে অসম জগতত বিখ্যাত। শিল্পটোৰ সুদীৰ্ঘ ইতিহাসৰ লগত অঙ্গাঙ্গী ভাৱে জড়িত হৈ আছে অসমীয়া চাহ শ্ৰমিক জনজাতিৰ লোকসকল। অন্ন, বস্ত্ৰ আৰু বাসস্থানৰ সহজলভ্য পথৰ অনুসন্ধানত তেওঁলোক অসমলৈ আহিছিল। তেওঁলোকৰে বুকুৰ তেজেৰে ৰাঙলি হৈ অসমৰ চাহ বিশ্বৰ বজাৰত সৰ্বোৎকৃষ্ট পানীয় হিচাপে স্বীকৃতি লাভ কৰিছে। 'মষ্ট মৰ্ডাণ টেকন' লজীৰে'' চাহ শিল্পৰ প্ৰভুত উন্নতি সাধন কৰা হৈছে। কিন্তু পৰিতাপৰ বিষয় যে আজিৰ একবিংশ শতিকাৰ দুৱাৰ দলিতো নিশকটীয়া চাহ শ্ৰমিকসকলৰ প্ৰগতিৰ বাবে বিজ্ঞানসম্মত কোনো ব্যৱস্থা গ্ৰহণ কৰা হোৱা নাই। শৈক্ষিক, সামাজিক অথবা অৰ্থনৈতিক কোনো ব্যৱস্থাৰে আমূল পৰিবৰ্তনৰ বাবে ফলপ্ৰসু আঁচনি লোৱা নাই। সেয়ে ডেৰশ দুশ বছৰৰ আগেয়ে যি মৌলিক সমস্যা সমাধান কৰিবলৈ সাতামপুৰুষীয়া মাতৃভূমি এৰি আন মুলুকলৈ আহিছিল সেই সমস্যা আজিও একেদৰেই আছে। লক্ষাৰ বণিজ কুক্ষীগত কৰা পৃথিৱী বিখ্যাত চাহ শিল্পৰ লগত সংযোজিত কৰাৰ ভাগ্য তেওঁলোকৰ ঘটিছে, কিন্তু নিজৰ অৱস্থাৰ পৰিবৰ্তন কৰা হ'লে তেওঁলোকৰ পক্ষে আকাশ কুসুম হৈয়ে আছে।

এনে পৰিস্থিতি কলা-সংস্কৃতি, ভাষা, সমাজ ব্যৱস্থা আদিৰ চৰ্চা, উদ্ধাৰ অথবা বিকাশ সাধন কৰাটো আজিও তেওঁলোকৰ বাবে সুদূৰ পৰাহত। অৰ্থনীতিৰ ভেঁটি টনকিয়াল নহ'লে যে কোনো ক্ষেত্ৰতে আগ বাঢ়িব পৰা নেযায় সেইকথা জনাৰ পিছতো শিক্ষাই-দীক্ষাই আগ বঢ়া আৰু বুদ্ধিজীৱীৰ ভূমিকাত অৱতীৰ্ণ হোৱা বহুলোকে চাহ জনগোষ্ঠীৰ সকলোৱেই নিম্নমানৰ আৰু তেওঁলোকৰ ভাষা-সংস্কৃতিক পটনুৱা বুলি মত প্ৰকাশ কৰা পৰিলক্ষিত হয়। সত্যৰ পৰিপন্থী মতপোষণ কৰা লোকসকলে নিজৰে বিদ্যা-বুদ্ধিৰ অপৰিপক্কতাৰহে পৰিচয় দাঙি ধৰে। কিয়নো ভাৰতীয় সভ্যতা সংস্কৃতিৰ বিকাশ সাধনত এই লোকসকলে আগ বঢ়োৱা প্ৰভূত বৰঙনিৰ উদাহৰণ ভাৰতীয় ইতিহাসৰ পৃষ্ঠাই পৃষ্ঠাই লিপিবদ্ধ হৈ আছে। আনহে নেলাগে লোককথা লোক কাহিনীবিলাকেও তাৰ প্ৰমাণ দাঙি ধৰে।

বেদ-উপনিষদ, ৰামায়ণ-মহাভাৰত, জাতক আদিত তেওঁলোকৰ বিষয়ে উল্লেখ থকাৰ উপৰিও ভাৰতৰ ভূমিপুত্ৰ চাহ জনজাতিৰ সুদীৰ্ঘ ইতিহাসৰ প্ৰাচীৰ ভেদি উন্মোচন কৰা তথ্যপাতিৰ সহায়ত ভেৰিয়াৰ এলউইন, কল'নেল ডেলটন, ডক্টৰ গিয়াৰ্চন, থাৰ্চটন কানিংহাম, এই ট্‌কিনচন ৰায়বাহাদুৰ শৰৎ চন্দ্ৰ ৰয়, কালিৰাম মেধি আদি নৃতাত্বিক পণ্ডিতসকলে অনেক মূল্যবান পুথি পাঁজি ৰচনা কৰিছে।

সেয়ে চাহজনগোষ্ঠীৰ বিষয়ে সহজ প্ৰচলিত ভুল ধাৰণা আঁতৰ কৰিবলৈ হ'লে এইবিলাক গ্ৰন্থৰ পৰা সমল সংগ্ৰহ কৰি অসমীয়া ভাষাত পুথি আকাৰে প্ৰকাশ কৰা অতীৱ প্ৰয়োজনীয় হৈ পৰিছে।

অশিক্ষিত আৰু জনজাতীয় বৈশিষ্ট্য অনুযায়ী ওপজা আত্মকেন্দ্ৰী মনোভাৱৰ বাবে চাহ জনজাতিৰ লোকসকলে নিজৰ অতীত গৌৰৱৰ গাঁথা আৰু বিপৰ্য্যয়ৰ কৰুণ কাহিনী স্মৃতিৰ বৰপেৰাত আজিও সযতনে সাঁচি ৰাখিব পাৰিছে। পুৰুষানুক্ৰমে মুখ বাগৰি আহি থকা এনেবোৰ স্মৃতি কালৰ কুটিল গতিতো হৰণ-ভগন হোৱা নাই। স্মৃতিৰ মণিকোঠত সযতনে সজাই ৰখা

লোককাহিনী আৰু দুই চাৰিখন প্ৰকাশিত পুথিৰ সমলেৰে সমৃদ্ধ হৈছে 'ব্ৰহ্মাৰ চকুলো'। নাজিৰাৰ শিল্পী পেঞ্চনাৰ হৰেন্দ্ৰ নাথ বাজৰাড়ৰ পৰা পোৱা চাৰিটা কাহিনীও ইয়াত সন্নিবিষ্ট কৰা হৈছে। স্মৃতিৰ বোজা বহনকাৰীৰ লগতে লিখকবৰ্গলৈ আমাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

সাধুকথা অথবা লোক-কাহিনীক চাহ-জনগোষ্ঠীৰ লোকসকলে থোৰতে কাহিনী বোলে। ব্ৰহ্মাৰ চকুলোৰ কাহিনীভাগ খৰধৰকৈ যুগুতাই উলিয়াত অসম সাহিত্য সভাৰ সভাপতি স্বনামধন্য ডক্টৰ নগেন শইকীয়াদেৱৰ সজ-পৰামৰ্শ আৰু অনুপ্ৰেৰণা আছে। আৰু আছে প্ৰধান সম্পাদক শৈলেন দাসৰ কৰ্মতৎপৰতা। সেয়ে তেখেতসকলৰ প্ৰতি কৃতজ্ঞ হৈ ৰলোঁ।

অসম সাহিত্য সভাই ইয়াৰ জন্ম লগ্নৰে পৰাই চিৰ চেনেহী ভাষা জননীৰ মুখ উজলাবলৈ অহৰহ চেষ্টা চলাই আহিছে। ইদানিং সভাই পিছ পৰা জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ উদ্ধাৰ, সংৰক্ষণ আৰু সংবৰ্ধনৰ বাবে আঁচনি হাতত লৈছে। বৃহৎ অসমীয়া জাতিৰ অঙ্গ বিশেষ অনগ্ৰসৰ জাতি-জনজাতিৰ আশা-আকাঙ্ক্ষাৰ প্ৰতি সহানুভূতিশীল হৈ গ্ৰহণ কৰা সভাৰ কৰ্ম আঁচনিয়ে জনগোষ্ঠীসমূহক উৎসাহিত কৰি তুলিছে। সেয়ে সভাৰ শলাগ লৈছোঁ।

বেটুপাতৰ ছবি আঁকি ব্ৰহ্মাৰ চকুলোক দেখনিয়াৰ কৰা শ্ৰীৰঞ্জিত গগৈলৈ আমাৰ অভিনন্দন জনালোঁ। আওঁপাকে বাওঁপাকে সহায় কৰা অন্যান্য সকলোলৈকে আমাৰ হিয়াভৰা ওলগ জনালোঁ। ইতি

শ্ৰীগনেশচন্দ্ৰ কুৰ্মি

# সূচীপত্ৰ

# ব্ৰহ্মাৰ চকুলো

(মধ্যপ্ৰদেশৰ উপজাতীয় লোকসকলৰ জনবিশ্বাস বিজড়িত শোন আৰু নৰ্মদা নদীৰ জন্ম-বৃতান্তৰ অন্তৰালত থকা লোক-কাহিনী।)

ভাৰতবৰ্ষৰ সপ্ত পৱিত্ৰ নদীৰ ভিতৰত নৰ্মদা নদীও অন্যতম। মধ্যপ্ৰদেশৰ লোকসকলে নদ-নদীক অতি পৱিত্ৰ জ্ঞান কৰে। সেয়ে অনাদি কালৰে পৰাই তেওঁলোকে নদী মাত্ৰতে দেৱত্ব আৰোপ কৰি অন্তৰৰ ভক্তি অৰ্ঘ্য যাঁচি পূজা-সেৱা কৰি আহিছে।



ভাৰতৰ পূৰ্ব-বাহিনী নদীসমূহৰ ভিতৰত নৰ্মদাই সৰ্ববৃহৎ নদী। ই অমৰ কন্টক পাহাৰৰ আনটো দিশৰ পৰা উৎপত্তি লাভ কৰি মধ্যপ্ৰদেশ আৰু মহাৰাষ্ট্ৰৰ মাজেদি বৈ গৈ আৰব সাগৰত পৰিছে। এই নদীৰ ফল্গুধাৰাই মধ্য ভাৰতৰ মালভূমি অঞ্চলক শস্যে মৎস্যে পৰিপূৰ্ণ কৰি তুলিছে। পানীয়েই যদি জীৱৰ প্ৰাণ হয় তেন্তে নৰ্মদা নদী হ'ল এই বৃহৎ অঞ্চলৰ মানুহ তথা অন্যান্য জীৱ-জন্তুৰ প্ৰাণদাত্ৰী মাতৃস্বৰূপিনী দেৱী।

সৃষ্টিকৰ্তা স্বয়ং ব্ৰহ্মাৰ চকুৰ লোতকেৰে সৃষ্টি হোৱা নৰ্মদাৰ বাৰিধাৰা অমৃতৰ সমান। সেয়ে হয়তো যুগে যুগে ঋষি-মুণি আৰু তপস্বীসকলক নৰ্মদাৰ জল ধাৰাই আকৰ্ষিত কৰি আহিছে। নৰ্মদা নদীক কেন্দ্ৰ কৰিয়েই এই সমগ্ৰ অঞ্চলৰ সভ্যতা-সংস্কৃতি গঢ়ি উঠিছে। বিশ্ববিখ্যাত অজন্তা, ইলোৰা, খাজোৰাহো আদিত অমৰ শিল্পীৰ হাতত যাদুময় পৰশেৰে সৃষ্টি হোৱা ভাস্কৰ্য, শিল্প বিশ্ব-বন্দিত হ'ব পাৰিছে। এনেবোৰ কাৰণতে নৰ্মদা নদীয়ে উত্তৰ ভাৰতৰ পৱিত্ৰ নদী মা-গঙ্গাৰ মৰ্যাদা লাভ কৰিব পাৰিছে।

শোণ নদীও (প্ৰকৃততে নৈ) মধ্যপ্ৰদেশৰ ছত্তিশগড়ৰ আন এখন পবিত্ৰ নদী। শোণ নদীক ছত্তিশগড়ীসকলে শোণা (চোনা) বোলে। অমৰ কন্টক পাহাৰৰ পৰা ওলাই আহি ৰাংচালি শোণ নদী তিত্‌পখিলীৰ দৰে নাচি-বাগি বৈ গৈ মহাবাহু নৰ্মদা নদীতে পৰিছে। শোণ নদীৰ জলপ্ৰপাত প্ৰসিদ্ধ। এই জলপ্ৰপাত অতি ভয়ঙ্কৰ। ইয়াৰ দৃশ্যও অতিকে মনোমুগ্ধকৰ। ইয়াৰ অপৰূপ ৰূপ-লাৱণ্যত মানুহ আত্ম বিমোহিত হৈ যায়।

প্ৰবাদমতে ব্ৰহ্মাই বিশ্ব-চৰাচৰৰ সৃষ্টিকৰ্তা। নিজৰ মহৎ সৃষ্টিৰ চমৎকাৰিত্ব চাবলৈ এবাৰ স্বয়ং ব্ৰহ্মাই বিশ্বৰ চাৰিওফালে পৰিভ্ৰমণ কৰিছিল। বিশ্ব-চৰাচৰৰ গ্ৰহ, তৰা, নক্ষত্ৰ আদি পৰিভ্ৰমণৰ পিছত ভগৱান ব্ৰহ্মা ধৰাধামলৈ নামি আহে। মেৰু, সাগৰ, পৰ্বত-পাহাৰ আদি পৃথিৱীৰ নানা ঠাই ঘূৰি-পকি আহি ব্ৰহ্মাই অমৰ কন্টক পাহাৰত বহি জিৰণি লৈছিল। সৃষ্টিকৰ্তাই বিশেষ যত্ন সহকাৰে আমাৰ পৃথিৱীখন সৃষ্টি কৰিছিল। সেয়ে তেওঁৰ সৃষ্টিৰ পৃথিৱীৰ বিনন্দীয়া ৰেহ-ৰূপ চাই আনন্দ লাভ কৰিবলৈহে তেওঁ ধৰাধামত পৰ্দাপণ কৰিছিল। কিন্তু পৃথিৱীখন চোৱাৰ পিছত ব্ৰহ্মাৰ চকু থৰ হৈ গ'ল। কিয়নো তেওঁ আটোম-টোকাৰিকৈ কৰা সৃষ্টিৰ চাৰিওফালে বিশৃংখলাৰে ভৰাহে তেওঁ দেখা পালে। জীৱসমূহৰ জীৱন-ধাৰাৰ মাজত চূড়ান্ত বেমেজালি পৰম্পৰৰ মাজত হতাহতি-মৰামৰি আদিত লাগি নিজৰ আয়ু ক্ষয় কৰি থকা দেখি ব্ৰহ্মাৰ অন্তৰ বেদনাৰ জ্বালাত ভাৰাক্ৰান্ত হৈ উঠে। দুখ আৰু বেজাৰত মৰ্মাহত ব্ৰহ্মাৰ দুচকুৰেদি দুধাৰি লোতক বৈ আহি মাটিত পৰিল। ব্ৰহ্মাৰ বিগলিত দুনয়নৰ অশ্ৰুধাৰা অমৰ কন্টক পাহাৰৰ দুটা অংশত পৰে আৰু সিয়েই দুটি বিশাল জলধাৰাৰ ৰূপ পৰিগ্ৰহ কৰি নদী হৈ বৈ আহে। এই দুই নদীয়েই হ'ল যথাক্ৰমে শোণ আৰু নৰ্মদা নদী। ব্ৰহ্মাৰ চকুলোৰে উপচি পৰা এই দুয়ো নদীৰ পানী সেয়ে মধ্যপ্ৰদেশৰ মানুহে অতিকে পবিত্ৰ জ্ঞান কৰে।

নৰ্মদাৰ জন্ম-সম্পৰ্কে আন এটি লোক-কাহিনীৰো প্ৰচলন থকা দেখা যায়।

দূৰ অতীতৰ কথা। অমৰ কন্টক পাহাৰৰ নিম্নাংশত এজন পশুপালকে বাস কৰিছিল। তেওঁৰ একমাত্ৰ কন্যাটিৰ নাম আছিল নৰ্মদা। নৰ্মদাৰ বাপেকে পশুৰ পাল লৈ ৰাতিপুৱাই ওলাই যায়। দিনৰ দিনটো বনৰ মাজে মাজে সি পশু চৰাই ঘূৰি ফুৰে। সূৰ্য দেৱতা যেতিয়া পশ্চিম আকাশত সন্ধ্যা দেৱীৰ কোলাত আশ্ৰয় লয় তেতিয়াহে তেওঁ পশু সহ ঘৰলৈ ঘূৰি আহে।

নৰ্মদাই ঘৰৰ বন-বাৰি নিখুঁটকৈ সামৰে। নৰ্মদাৰ কৰ্ম-নৈপুণতাৰ বাবে পশুপালকজনে তেওঁৰ পত্নী-বিয়োগৰ কথা প্ৰায় পাহৰিয়েই গৈছিল। ব্ৰহ্মপুৱাৰ পৰাই নৰ্মদাই সাংসাৰিক কৰ্ম আৰম্ভ কৰে। প্ৰথমতে তাই গোহালি সাৰে। ঘৰ-চোতাল পৰিস্কাৰ কৰে। তুলসী তলত গোবৰ পানীৰে 'ছিটা' দিয়ে। গা-পা ধুই দুপৰীয়াৰ খোৱাৰ যোগাৰ কৰে। ৰন্ধা-বঢ়া





শেষ কৰি দুপৰীয়াৰ আহাৰৰ টোপোলা মূৰত আৰু হাতত পানীৰ পাত্ৰ লৈ তাই বাপেকক বিচাৰি বনলৈ গমন কৰে। বনৰ মাজত বাপেকৰ লগতে তাই দুপৰীয়াৰ আহাৰ খায়। খোৱা-বোৱা শেষ কৰি ঘৰলৈ উভতি আহোঁতে বাটতে পোৱা যোগিনীৰ ঘৰত তাই নিতৌ প্ৰৱেশ কৰে। যোগিনীৰ মৰম-আদৰে যেন তাইক হাত-বাউল দি মাতি থাকে। নিম গছৰে আচ্ছাদিত যোগিনীৰ বৰ চোতালত তাই মনৰ আনন্দত নাচে, গীত গায় আৰু খেলা-ধূলা কৰে। তাইৰ প্ৰগলভতাত যোগিনী মোহিত হয়। আপোন সন্তানৰ দৰেই যোগিনীয়ে তাইক মৰম স্নেহ যাচে। নানা ধৰণৰ ফল আৰু খোৱাবস্তু দি যোগিনীয়ে নৰ্মদাক আদৰ কৰে। প্ৰতি দিন এই কাৰ্যৰ পুনৰাবৃত্তি ঘটে আৰু পিছলৈ এনে হৈছিল যে নৰ্মদা আহি পোৱাত অকণো পলম কৰিলে যোগিনীয়ে সহিব নোৱাৰা হৈ পৰিছিল।

কিন্তু কালে এদিন হঠাতে যোগিনীক নিঠৰুৱা কৰিলে। চাতক চঞ্চলা নৰ্মদা পাহাৰ টিঙৰ পৰা নাচি বাগি নামি আহোঁতে অকস্মাতে পিছলি গৈ দ গিৰিখাদত পৰি করুণ মৃত্যুক সাবটি লয়। এনে হৃদয় বিদাৰক মৰ্মান্তিক দুঃসংবাদ পোৱাৰ সময়ত যোগিনীয়ে ভাতৰ মাৰ পাণ কৰি আছিল। অনাভিপ্ৰেত আৰু অকল্পনীয় দুঃসংবাদটি পোৱাৰ লগে লগে যোগিনী শিল পৰা কপৌৰ দৰে স্থিৰ-নিশ্চল হৈ পৰিল। মুখৰ পানপাত্ৰ মুখতে লাগি ৰ'ল। দুখত কাতৰ-বিহ্বল হতচকিত যোগিনীৰ অন্তৰৰ হাহাকাৰ তীব্ৰবেগী জলধাৰা ৰূপে মুখগহ্বৰৰ পৰা বাহিৰ ওলাই আহিল। এই জলধাৰাই নৰ্মদা নামে জনাজাত হৈ পৰে। ●

# শিউনাথ

(মধ্যপ্ৰদেশ নদী মাতৃক দেশ। এই প্ৰদেশৰ অনেক নদ-নদীৰ উৎপত্তি স্থল হ'ল ছত্তিশগড়ৰ পাহাৰীয়া অঞ্চল। ছত্তিশগড়ৰ বাসিন্দাসকলে নদীক দেৱতা জ্ঞান কৰে। ইয়াৰ বাসিন্দাসকলৰ ভিতৰত গঁড় বা গণ্ড জাতিৰ সংখ্যাই সৰহ। সৰু-বৰ সকলো নদীকে এই জাতিৰ লোকে শ্ৰদ্ধা কৰে। আনকি বাৰিষা উপচি পৰা সাধাৰণ নলা পাৰ হওঁতেও এওঁলোকে উৰ্ধবাহু যুগলেৰে নদীমাতৃক সেৱা জনায়।

মহানদী, নৰ্মদা, শোণ, শিউনাথ আদি নদ-নদী আৰু ইহঁতৰ অনেক শাখা-প্ৰশাখাৰ জলৰাশিৰে বিধৌত মধ্যপ্ৰদেশৰ ভূমিখণ্ড প্লাৱিত হৈ উৰ্বৰতা লাভ কৰিছে। সেয়ে পৰ্বত-পাহাৰ, গিৰি-গুহা, প্ৰস্তৰ-শিলাখণ্ড আদিৰে আবৃত যদিও ছত্তিশগড়, বস্তাৰ আদি জিলা শস্য-শ্যামল।

ছত্তিশগড়ৰ শিউৰা পাহাৰৰ শিখৰৰ পৰা শিউনাথ নৈ জন্মলাভ কৰিছে। প্ৰধানকৈ ছত্তিশগড় আৰু দূৰ্গ জিলাৰ মাজেদি প্ৰবাহিত শিউনাথ নদী হ'ল ছত্তিশগড়ৰ অন্যতম নদী। এই নদীৰ উৎপত্তি সম্পৰ্কে গণ্ডবিলাকৰ মাজত এটি লোক-কাহিনী আছে। কাহিনীটি উল্লেখ কৰা হ'ল।

গণ্ড উপজাতিৰ এটি পৰিয়ালত এজনী অপূৰ্ব সুন্দৰী কন্যাৰ জন্ম হৈছিল। গাঁওবাসীৰ সকলোৰেই তাইৰ ৰূপত বিস্ময়-বিমুগ্ধ। ঘৰে ঘৰে কেৱল তাইৰ ৰূপ-লাৱণ্যৰে চৰ্চা। ঠাকুৰ, দেউৱে যেন তাইক নিজহাতে সৌন্দৰ্যৰ আকৰ কৰি সৃষ্টি কৰিছিল। এনে প্ৰবাদ গ্ৰাম-গামান্তৰে বিয়পি পৰিছিল।

কন্যা গৰাকীক শিৱা নামেৰে নামকৰণ কৰা হৈছিল। নামৰ সাৰ্থকতা যোল অনাই তাইৰ গাত বিৰাজমান। কিয়নো দেৱী সৰস্বতীৰ দৰেই তাই আছিল অতি সুন্দৰ, সুকোমল। লাৱণ্য-খচিত কুণ্ডত গঢ়া মুখ, নাক চকু আৰু সম্মোহনী শক্তিৰে উপচি পৰা আছিল শিৱা।

বালিকা শিৱা এদিন যুৱতী হ'ল। গণ্ড যুৱতীসকলে অল্প-বস্ত্ৰ ধাৰণ কৰে। তেওঁলোকে গহনাৰ ভাৰহে ব'ব লোৱাৰা হয়। এনে পৰিধেয়ৰে সজ্জিতা শিৱাৰ ৰূপ-যৌৱনৰ জুইত চগা ৰূপী অনেক গণ্ড যুৱক জ্বলি-পুৰি মৰিবলৈ ধৰিলে।

বহু গণ্ড যুৱক তাইৰ পাণি-প্ৰাৰ্থী হ'বলৈ ইচ্ছা প্ৰকাশ কৰিছিল। বহুতে তাইলৈ প্ৰেম যাচিলে। কিন্তু যৌৱনৰ উতলা ঢৌত তাই উটি ভাহি নগ'ল। ইমানবোৰ যুৱকৰ মাজত তাই মাত্ৰ এজন যুৱককহে জীৱন সঙ্গী হিচাপে বাচি ল'লে।

দিন গৈ থাকিল। শিৱা আৰু শিৱাৰ প্ৰেমিক দুয়ো মহা আনন্দত দিন কটাবলৈ ধৰিলে। ল'ৰা-ছোৱালীহালৰ মিলন দেখি দুয়োৰে পৰিয়ালবৰ্গইও আনন্দ প্ৰকাশ কৰিলে। নিৰ্দিষ্ট দিনত সিহঁত দুয়োৰে শুভ বিবাহ অনুষ্ঠিত কৰিবলৈ উভয় পৰিয়ালে সিদ্ধান্ত গ্ৰহণ কৰে।





এইদৰে প্ৰেমিক-প্ৰেমিকা হালৰ মিলনৰ ক্ষেত্ৰত সকলো ঠিক-ঠাক ভাৱেই চলি আছিল। কিন্তু কথাতে কয় বিধিয়ে দিলেও বিধাতাই নিদিয়ে। বাটত আছে কণাবিধি।

চাতক চঞ্চল হৰিণী-নয়নী শিৱাই তাইৰ প্ৰেমিকৰ লগত বনে-জংঘলে ঘূৰি ফুৰে। চেগুণ, শীসম, বট, শাল, অৰ্জুন, পিয়ৰ, মহুৱা, তেতেলী, আম, জাম, নিম, বেল, আমলখি, কঠাল আৰু কাজু গছৰ বিস্তৃত শাখা-প্ৰশাখাৰ মাজত সিহঁত আনন্দ মনেৰে বিচৰণ কৰি ফুৰে। লতা-গুল্ম, বাঁহ-বেত আৰু দিগন্ত বিয়পা ঘাঁহ-বনৰ মাজত লুকা-ভাকু খেলে প্ৰেমিক-যুগলে। এনেকৈ ঘূৰি ফুৰোঁতে এদিন শিৱাই ঘন অৰণ্য পথৰ বাট ভুল কৰি পেলায়। শিৱা আৰু তাইৰ প্ৰেমিক দুয়ো-দুয়োকে বিচাৰি বন-জংঘল একাকাৰ কৰে। কিন্তু কোনেও কাকো বিচাৰি নেপালে।

প্ৰেমিকক বিচাৰি ফুৰোঁতে হঠাতে বনৰ মাজত শিৱাই তাইৰ ৰূপ-যৌৱনত জ্বলি-পুৰি মৰা আন এজন গণ্ড যুৱকক লগ পায়। পেশীবহুল মদমত্ত সেই মাতাল যুৱকে শিৱাক প্ৰেম নিবেদন কৰিলে। শিৱাই যুৱকৰ প্ৰেম প্ৰত্যাখ্যান কৰে। যুৱকে বল প্ৰয়োগ কৰিবলৈ প্ৰস্তুত হয়। গণ্ড জাতিৰ প্ৰথা অনুযায়ী যুৱতীৰ কুমাৰীত্ব হৰণ কৰিব পাৰিলেই বিবাহ কৰাৰ অধিকাৰ সাব্যস্ত হয়। সেয়ে ৰেপৰোৱা যুৱকে শিৱাক ধৰিবলৈ চেষ্টা চলায়। শিৱাই নিজক ৰক্ষা কৰিবলৈ প্ৰাণটাকি দৌৰিবলৈ ধৰে। তাইৰ পিছে পিছে উদণ্ড গণ্ড যুৱক। নিজৰ সতীত্ব ৰক্ষা কৰিবৰ বাবে ভীত-ত্ৰস্ত শিৱাই দৌৰি গৈ শিউনাথ পাহাৰৰ শিখৰ ভূমি পায়গৈ। তাতে শিলাখণ্ডত ঠেকা খাই তাই বাগৰি পৰে। ছাগৰ ওপৰত বাঘ জপিয়াই পৰাদি উন্মাদ যুৱকজন তাইৰ ওপৰত জপিয়াই পৰিলহি। বল প্ৰয়োগ কৰি সি শিৱাৰ কৌমাৰ্য হৰণ কৰে। নাৰীৰ ভূষণ সতীত্ব তাইৰ ভূলুণ্ঠিত হোৱাত মনৰ দুখ আৰু ঘৃণাত তাই পাহাৰ টিঙৰ পৰা জপিয়াই আত্মহত্যা কৰে। ক্ষন্তেক পিছতে শিৱাৰ প্ৰকৃত প্ৰেমিকজন আহি সেই ঠাই পায়হি। শিৱাৰ ফটা-চিটা বস্ত্ৰ আভূষণ আৰু ভূ-লুণ্ঠিত মণি-মুকুতা দেখি সি সকলো কথা বুজিব পাৰিলে। প্ৰাণৰ মাণিকক হেৰোৱাৰ দুখত তাৰ অন্তৰ ফাটি চিৰাচিৰ হ'ল। শিৱা শিৱা বুলি ওলোৱা তাৰ অন্তৰৰ হাহাকাৰ ধ্বনিত পাহাৰ শিখৰ ৰজনজনাই গ'ল। এই পুৰীত নহ'লেও সিপুৰীত মিলন হোৱাৰ কামনাৰে সিও পাহাৰ-শিখৰৰ পৰা জপিয়াই আত্মহত্যা কৰে।

শিৱাৰ প্ৰেমিকৰ অন্তৰৰ হাঁহাকাৰ ধ্বনি নিৰ্গত হোৱা স্থানৰ পৰাই দুৰ্নিবাৰ বেগে তীব্ৰ জলধাৰা বৈ আহিল। এই জলধাৰাই শিউনাথ নদী নামে জনাজাত হৈ পৰিল। স্থানীয় মানুহৰ বিশ্বাস যে আজিও পাহাৰৰ গুহাৰ কাষত থিয় দি কাণ পাতি শুনিলে তীব্ৰ জলধাৰাৰ পৰা কোনোবাই যেন শিউৱা শিউৱা বুলি মতা শুনা যায়।

# চন্দ্ৰ মুখৰ কলঙ্ক

(ছত্তিশগড়ী চাহ-মজদুৰ সকলে সূৰ্য আৰু চন্দ্ৰক দেৱতা হিচাপে পূজা কৰে। ধৰ্মপ্ৰাণ ছত্তিশগড়ীসকলে সূৰ্যক ভাই আৰু চন্দ্ৰক মামা হিচাপে সম্বোধন কৰে। চন্দ্ৰ সূৰ্যক লৈ এওঁলোকৰ মাজত নানান লোক-কাহিনী, কল্পকথা আৰু লোকগীতৰ পয়োভৰ থকা দেখা যায়। চন্দ্ৰৰ কলঙ্ক সম্পৰ্কে এটি আকৰ্ষণীয় কাহিনী আছে। কাহিনীটিৰ চমু বৰ্ণনা দিয়া হ'ল)



আদিতে চন্দ্ৰ বদন অতিকে সুন্দৰ আৰু মনোমোহা আছিল। স্বৰ্গৰ দেৱতাসকলৰ ভিতৰত চন্দ্ৰৰ সমান সৌন্দৰ্যময় পুৰুষ আন কোনোৱেই নাছিল। বিশ্বচৰাচৰৰ সকলোৱেই চন্দ্ৰৰ মুখখন দেখি মোহিত হৈছিল। সেয়ে নিজৰ মুখখন লৈ চন্দ্ৰৰ গৌৰবৰ সীমা নাছিল।

গণেশ দেৱতা পিছে একেবাৰে অসুন্দৰ আছিল। সত্যম্ শিৱম্ সুন্দৰমৰ নিষ্ঠাবান পূজাৰী আৰু স্বয়ং দেৱাদিদেৱ শিৱৰ পুত্ৰ হৈও গণেশ ৰূপবান হ'ব নোৱাৰিলে। গণেশৰ ভবি কেইটা শৰীৰৰ তুলনাত চুটি, পেটটো টেকেলি হেন আৰু দীঘল শুঁৰেৰে ডিঙিৰ ওপৰত





লগাই থোৱা এটা হাতীৰ মূৰ। এই সকলো মিলি তেওঁ বৰ্ণনাতীত ভাৱেই আপচু। তাতে আকৌ পেটুৱা গণেশৰ বাহন হ'ল এটা নিগনি। ইমান বিয়াগোম শৰীৰৰ আপচু গণেশক অকণমানি নিগনিটোৰ ওপৰত উঠি ফুৰা দেখিলে হাঁহি উঠিবৰ কথা।

কিন্তু ৰূপ আৰু কুৰূপৰ অধিকাৰী গণেশ আৰু চন্দ্ৰৰ মাজত প্ৰগাঢ় বন্ধুত্ব আছিল। দুয়ো সখা একেলগে ফুৰে, আনন্দ আহ্লাদ কৰে। এদিনাখন কৈলাশৰ পাহাৰী পথত চন্দ্ৰ আৰু গণেশ দেৱতাই প্ৰকৃতিৰ সৌন্দৰ্য উপভোগ কৰিবলৈ গৈছিল। দুয়ো হাঁহি-খিকিন্দালি কৰি প্ৰকৃতি দেৱীৰ গুণ গৰিমা গাই বনে-বনান্তৰে ঘূৰি ফুৰিছিল। এনেদৰে বহুসময় ধৰি ঘূৰি ফুৰা বাবে গণেশৰ বাহন নিগনিটোৰ বৰকৈ ভাগৰ লাগিছিল। ক্ৰমে সি গণেশৰ ওজন চম্ভালিব নোৱৰা হৈ পৰিল আৰু শীৰ্ণ পথৰ শিলাখণ্ডত উজুতি খাই নিগনিটো পথচ্যুত হ'ল। ফলত নিগনিটোৰ পিঠিৰ পৰা ওফৰি গৈ গণেশ দেৱতাও দ খালত পৰিলগৈ। বলটোৰ দৰে বাগৰি বাগৰি গৈ চিত্ ভেলোঙা খাই খালত পৰাৰ দৃশ্য দেখি চন্দ্ৰ থিৰেৰে থাকিব নোৱাৰিলে। হাঁহি উঠি গ'ল চন্দ্ৰৰ। সেই হাঁহি যেন বন্ধ নহ'বই। যন্ত্ৰণাত কাতৰ আৰু লাজে অপমানে ম্ৰিয়মান গণেশ দেৱতাই তৰ্জন-গৰ্জন কৰি চন্দ্ৰক হাঁহি বন্ধ কৰিবলৈ কয়। কিন্তু চন্দ্ৰই কোনো মতেই হাঁহি বন্ধ কৰিব নোৱাৰিলে। হাঁহিয়েই থাকিল তেওঁ।

চন্দ্ৰৰ এনে প্ৰগলভতা গণেশে কোনো মতেই সহ্য কৰিব নোৱাৰিলে। তেওঁক উপলুঙা কৰিছে বুলি ধৰি ল'লে আৰু খণ্ডত অগ্নিশৰ্মা হৈ চন্দ্ৰক অভিশাপ দিয়ে। 'হেৰা মুৰ্খ চন্দ্ৰ। তুমি নিজৰ ধুনীয়া চেহেৰাৰ বাবে গৰ্বত ওফন্দি গঙ্গাটোপ হৈ পৰিছা আৰু আমাক উপলুঙা কৰিছা। মই অভিশাপ দিছোঁ-'তোমাৰ মুখমণ্ডল কলঙ্কিত হওক। আজিৰ পৰা তোমাৰ মুখৰ মনোমোহা লাৱণ্য পৃথিৱীৰ কোনো মানুহে দেখা নেপাব।'

গণেশৰ অভিশাপৰ ফলত সেই দিনৰ পৰাই চন্দ্ৰৰ মুখত কলঙ্কৰ সৃষ্টি হ'ল। অপূৰ্ব সুন্দৰ চন্দ্ৰৰ মনোলোভা মুখখন মানুহে আৰু কেতিয়াও দেখা নেপায়।

# মেঘ আৰু বিজুলী

মেঘ, বতাহ, বিজুলী, ঢেৰেকনি আদি নৈসৰ্গিক ঘটনাপুঞ্জই আদি যুগৰ পৰাই মানৱ প্ৰাণত চিন্তাৰ উদ্ৰেক কৰি আহিছে। আকাশ তালফাল কৰা বজ্ৰসম নিনাদ আৰু বিদ্যুতৰ বিচ্ছুৰণ কিয় হয়, কেনেকৈ হয় এনেবোৰ কথাই মানুহৰ অন্তৰত চিন্তাৰ খলকনি তোলে। আদিম যুগতে গণ্ড জাতিৰ মাজত বিজুলীৰ চিক্‌মিকনি আৰু গুৰু গম্ভীৰ মেঘৰ গাজনি তথা দবা-পিটা বৰষুণৰ বিষয়ে চাঞ্চল্যময় ৰূপকথাৰ সৃষ্টি হৈছিল আৰু সেয়া আজিও তেওঁলোকৰ মাজত প্ৰচলিত হৈ আছে।



ৰাম-লক্ষ্মণ দণ্ডকাৰণ্যত থকা কালছোৱাত সেই অঞ্চলত থকা কোল, ভীল, গণ্ড আদি জনজাতীয় লোকসকলৰ লগত সম্ভাব ৰাখি চলিছিল। সততা, ন্যায়পৰায়ণতা আৰু সদ আচৰণৰ বাবে ৰাম-লক্ষ্মণ জনজাতিসকলৰ নিকট আত্মীয়ৰ দৰে হৈ পৰিছিল। সেয়ে ৰাম-লক্ষ্মণক লৈ এই লোকসকলৰ মাজত অনেক কল্প-কাহিনীৰ সৃষ্টি হৈছিল।

গণ্ডসকলৰ বিশ্বাস যে বনবাসত থকা কালছোৱাত উৰ্মিলাৰ স্মৃতিয়ে লক্ষ্মণক বৰকৈ পীড়িছিল। বিশেষকৈ নিৰ্জন বনৰ ৰাতিৰ নিস্তব্ধতাত লক্ষ্মণ বৰ চঞ্চল আৰু উদ্বাউল হৈ পৰিছিল। উৰ্মিলাৰ স্মৃতিয়ে জ্বলোৱা অন্তৰৰ নিৰবধি জুই কুৰা নুমুৱাবৰ বাবে লক্ষ্মণে কিংৰি (বীণাজাতীয় এবিধ বাদ্যযন্ত্ৰ)ৰ আশ্ৰয় লৈছিল।

কি অপূৰ্ব, কি মধুৰ আছিল কিংৰিৰ সেই সুৰ। কিংৰিৰ যাদুপৰশা সুৰ শুনি বনৰ পশু-পক্ষীও আনমনা হৈ পৰিছিল। বনে-বনান্তৰে কিংৰিৰ সুৰে বিষাদৰ ৰাগিনী বিয়পাইছিল।





আনহে নেলাগে স্বয়ং ৰামচন্দ্ৰও সেই সুৰ শুনি আহত আৰু বিহ্বল হৈছিল। সেয়ে তেওঁ কৈছিল-"ভাই লক্ষ্মণ! তুমি যেন আৰু কিংৰি নবজোৱা।"

ৰামৰ আজ্ঞা শিৰোধাৰ্য কৰি লক্ষ্মণে কিংৰি বজোৱা বন্ধ কৰিছিল। কিন্তু এদিন কিন্‌কিনিয়া বৰষুণৰ বতৰত মাজ নিশাৰ নিঃসঙ্গতাই লক্ষ্মণৰ হৃদয় অস্থিৰ কৰি তুলিলে। বিষাদৰ জ্বালাত ক্ষত-বিক্ষত হোৱা লক্ষ্মণে নিজৰ অজানিতে কিংৰিটো হাতত তুলি ল'লে। অন্তৰৰ গভীৰ আকুতি কিংৰিৰ সুৰত মূৰ্তমান হ'ল। এই সুৰ স্বৰ্গ, মৰ্ত্য আৰু পাতালৰ আকাশ-বতাহ অনুৰণিত কৰি তোলে। কিংৰিৰ সুৰ-মূৰ্চনাত স্বৰ্গৰ নৃত্যৰতা পৰী ইন্দ্ৰকুমাৰীৰ নাচৰ চন্দ-পতন ঘটে। বিহ্বলা ইন্দ্ৰকুমাৰীয়ে ভৰিৰ নুপুৰ খুলি দলিয়াই পেলায় আৰু স্বৰ্গধাম পৰিত্যাগ কৰি মৰ্ত্যলৈ নামি আহে। অপূৰ্ব সুৰ-লহৰিৰ মূৰ্চনাত তন্ময় হৈ অপেশ্বৰীয়ে লক্ষ্মণৰ কোঠাত প্ৰৱেশ কৰে। লক্ষ্মণৰ তন্দ্ৰা ভঙ্গ কৰি তেওঁৰ ৰূপ লাৱণ্যত নিজকে সঁপি দিবলৈ অপেশ্বৰীয়ে পাৰ্যমানে চেষ্টা চলালে। পিছে ফল হ'লে একো নহ'ল। লক্ষ্মণৰ তন্ময়তা তেওঁ কোনো মতেই ভাঙিব নোৱাৰিলে। হাত, কিংৰি লৈ লক্ষ্মণে নিৰ্বিকাৰ-চিত্তে সুৰৰ ঝঙ্কাৰ তুলি উৰ্মিলাৰ স্মৃতিত বিলীন হৈয়ে ৰ'ল। সামান্য মানৱৰ দ্বাৰা এনেদৰে উপেক্ষিত হ'ব লগা হোৱাত লাজ, অপমান আৰু ব্যৰ্থতাৰ জ্বলা জুইয়ে অপেস্বৰীক ক্ৰোধান্বিত কৰি তুলিলে। লক্ষ্মণৰ প্ৰতি থকা তেওঁৰ প্ৰেম ক্ৰমে ঘৃণালৈ পৰিবৰ্তন হয় আৰু অৱশেষত সেই প্ৰচণ্ড ঘৃণাই জন্ম দিয়ে প্ৰতিহিংসাৰ। প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ মানসেৰে ইন্দ্ৰকুমাৰীয়ে একে একে তাইৰ বস্ত্ৰ আভুষণ খুলি লক্ষ্মণৰ শয্যাৰ চাৰিওফালে সিচঁৰতি কৰি দিয়ে। তাৰ পিছত পুৱতি নিশা ব্যথাভৰা অন্তৰেৰে ইন্দ্ৰকুমাৰী স্বৰ্গলৈ গমন কৰে। উৰ্মিলাৰ ব্যথাত ব্যথিত লক্ষ্মণে এইবোৰৰ একো ভূ-ভটুং নেপালে।

বিনিদ্ৰ ৰজনী যাপন কৰা লক্ষ্মণৰ পুৱতি নিশা টোপনিয়ে হেঁচামাৰি ধৰে। পুৱা আনদিনৰ দৰে সীতা দেৱীয়ে লক্ষ্মণক জগাবলৈ আহে। অনেকবাৰ মতাৰ পিছতো লক্ষ্মণৰ টোপনি নভঙাত সীতা দেৱী তেওঁৰ কুটীৰত প্ৰৱেশ কৰে। কিন্তু বিচনাৰ চাৰিওফালে নাৰীৰ বস্ত্ৰ আভুষণ দেখা পাই দেখা পাই সীতা দেৱী চমকি উঠে। একাকী লক্ষ্মণৰ দুখত তেওঁৰ অন্তৰ পমি গ'ল। তেওঁ লৰা-লৰিকৈ কুটীৰৰ বাহিৰলৈ ওলাই আহে আৰু ৰামক সকলো কথা বিৱৰি কয়। গাঁৱৰ যিজনী ছোৱালী লক্ষ্মণৰ শয্যা সঙ্গিণী হ'ল সেই ছোৱালীজনী বিচাৰি লক্ষ্মণৰ লগত বিয়া পাতি দিবলৈ সীতাই ৰামক খাটনি ধৰিলে। ৰামে মুখিয়ালৰ লগত আলোচনা কৰি গাঁৱৰ আটাইবোৰ ছোৱালী লক্ষ্মণৰ কুটীৰলৈ লৈ আহে। কিন্তু আচৰিত কথা যে লক্ষ্মণৰ বিচনাত পৰি থকা চুৰি, বাজু, হাঁসলি, কাঙ্গনা, পৈঁৰী, আঙুঠি আদি গহনাবোৰ কোনো এজনী ছোৱালীৰ কোনো অঙ্গতে খাপ নেখালে। তেন্তে কাৰ হ'ব পাৰে এই বস্ত্ৰ আভুষণ? চিন্তাক্লিষ্ট গএগ্ৰ ৰাইজৰ ইঙ্গিতত ৰাম হতচকিত হ'ল। ই কি? তেওঁলোকে দেখোন সীতাৰ পবিত্ৰতাত সন্দেহ কৰিছে। ৰামে সকলো কথা বুজি পালে

আৰু ৰাইজৰ সন্দেহ দূৰ কৰিবলৈ তেওঁ সীতা দেৱীক সেইবোৰ গহনা পৰিধান কৰিবলৈ আদেশ দিয়ে। আচৰিত কথা যে সীতাৰ সৰ্বাঙ্গত আটাইবোৰ গহনাই অতি নিখুঁট ভাৱে খাপ খাই যায়!

ৰাইজৰ সন্দেহ সত্যত পৰিণত হয়। ৰামেও সীতাক সন্দেহ কৰিলে। ৰাইজৰ আগতে ৰামে ভাই লক্ষ্মণক বৰকৈ কৰ্কথনা কৰিলে। লাজে-অপমানে লক্ষ্মণ অস্থিৰ হৈ পৰে আৰু তদ্মুহূৰ্ততে তেওঁ পৰ্ণকুটীৰ ত্যাগ কৰি বাহিৰলৈ ওলাই যায়।

অন্তৰৰ জ্বালা যন্ত্ৰণাত লক্ষ্মণ বনে-বনান্তৰে ভ্ৰমি ফুৰিবলৈ ধৰিলে। হঠাৎ এটা গোখৰো সাঁপৰ লগত তেওঁৰ 'ভেঁটা-ভেটি' হয়। গৰ্ভত পতিত গোখৰো সাপটোক লক্ষ্মণে উদ্ধাৰ কৰে। লক্ষ্মণৰ এনে কাৰ্যত সন্তোষ লভি গোখৰো সাঁপে আতিথ্য গ্ৰহণ কৰিবলৈ তেওঁক আমন্ত্ৰণ জনায়। লক্ষ্মণে আমন্ত্ৰণ স্বীকাৰ কৰি গোখৰো সাঁপৰ ঘৰত ৰাতিটো কটায়। পিছদিনা বিদায়ৰ সময়ত গোখৰো সাপে লক্ষ্মণৰ হাতত এটি পেটাৰী (পেৰা) তুলি দিয়ে আৰু ঘৰ গৈ নোপোৱা পৰ্যন্ত পেটাৰীটো নুখুলিবলৈ লক্ষ্মণক অনুৰোধ জনায়।

পেটাৰী লৈ লক্ষ্মণে পথ অতিক্ৰমিবলৈ ধৰে। পথৰ মাজত কৌতূহলৰ বশবৰ্তী হৈ লক্ষ্মণে পেটাৰীটো খুলি চাবলৈ মন মেলে। পেটাৰী খোলা মাত্ৰে তাৰ পৰা এক ৰূপহী কন্যা ওলাই নিমিষতে সৰ্পৰ ৰূপ ধাৰণ কৰি আকাশমাৰ্গলৈ উৰি যায়। সৰ্প কন্যাক ধৰিবলৈ লক্ষ্মণ দ্ৰুত গতিত ধাবমান হয়। কিন্তু ৰূপহী কন্যা গৰাকী আকাশী পথত নিজকে লুকুৱাই ৰাখে। তাই ৰূপৰ পোহাৰ মেলি চকুত চমক লগাই এবাৰ আকাশত আবিৰ্ভাৱ হয় আৰু পিছ মুহূৰ্ততে অদৃশ্য হৈ যায়। অদৃশ্য কন্যাক ধৰিব নোৱাৰি লক্ষ্মণ ক্লান্ত হৈ পৰে। অৱশেষত খঙত জ্বলিপকি লক্ষ্মণে ধেনুত শৰ সংযোজন কৰে। নিক্ষিপ্ত শৰে আকাশৰ বুকু বিদাৰ্ণ কৰে। ইয়াৰ ফলত ভয়ঙ্কৰ শব্দৰ সৃষ্টি হয়, যি শব্দই ধৰাধাম কম্পিত কৰি তোলে। যিমানবাৰ ৰূপহী সৰ্পকন্যা চিকিমিকি বিজুলীৰ ৰূপত আকাশত দৃশ্যমান হয় সিমান বাৰেই ঠিক তাৰ লগে লগে লক্ষ্মণে তীৰ নিক্ষেপ কৰি গগন বিদীৰ্ণ কৰে আৰু তাৰেই বজ্ৰ নিনাদ মেঘৰ গাজনি ৰূপে পৃথিৱীত খলক লগায়।

গণ্ড সম্প্ৰদায়ৰ বিশ্বাস যে সৰ্পকন্যাই আজিও আকাশত পলাই ফুৰে আৰু তাইৰ উজ্জ্বল ৰূপ লাৱণ্যই বিজুলীৰ সৃষ্টি কৰে। আনহাতে বিজুলীৰূপী সৰ্পকন্যাক দেখাৰ লগে লগে আজিও লক্ষ্মণে আকাশত শৰ নিক্ষেপ কৰে যাৰ ফলত আকাশত বজ্ৰ নিনাদ হয়। এনেকৈয়ে মেঘ আৰু বিজুলীৰ সৃষ্টি হ'ল বুলি গণ্ডসকলে বিশ্বাস কৰে।





# ৰাজীৱ লোচন মন্দিৰ

ছত্তিশগড়ৰ প্ৰধান চহৰ ৰায়পুৰ। ই এখন আধুনিক চহৰ। ৰায়পুৰৰ পৰা ৪৮ কিঃ মিঃ দূৰৈত দেৱভোগ গামী পথৰ ওপৰত প্ৰাচীন ভাৰতীয় কাৰুকাৰ্য খচিত ৰাজিম এখন পাষাণপুৰী। অৰ্থাৎ পাষাণৰ চহৰ। ইয়াৰ দৌল, দেৱালয়, শিলালিপি, প্ৰস্তৰখণ্ড আদিয়ে প্ৰাচীন ভাৰতীয় ইতিহাসৰ হেৰুৱা সমল যোগায়। মহানদী, পাঁইৰী আৰু শুঁড় নদীৰ ত্ৰিবেণী সঙ্গম ৰাজিমতে। এই ত্ৰিবেণী-সঙ্গম আৰু ৰাজিমৰ মঠমন্দিৰ ছত্তিশগড়ী লোকৰ বাবে মহাপূণ্যৰ ক্ষেত্ৰ। বিশ্বাস আছে যে এই ত্ৰিবেণী-সঙ্গমত স্নান আৰু পিণ্ডদান কৰিলে মানুহে পাপমুক্ত হয় আৰু আত্মাই চিৰশান্তি লাভ কৰে।

জনগণৰ মহামিলন ক্ষেত্ৰ ৰাজিম চহৰ প্ৰাচীন ভাৰতীয় ইতিহাসৰ সংস্কৃতি আৰু শিল্পকলাৰ এক অতুলনীয় নিৰ্দৰ্শন। ইয়াত থকা অগণন মঠ-মন্দিৰৰ ভিতৰত ৰাজীৱ লোচন মন্দিৰটোৱেই সবাতোকৈ প্ৰখ্যাত। এই মন্দিৰ যদিও ভগৱান ৰামচন্দ্ৰৰ নামেৰে নামকৰণ হৈছে তথাপিতো ইয়াৰ ভিতৰৰ বেদীত বিৰাজিত বিগ্ৰহ ৰামচন্দ্ৰৰ নহয়। ৰামচন্দ্ৰৰ আন এটা অৱতাৰ শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী বিষ্ণুৰ মূৰ্তিহে ইয়াত স্থাপিত। ছত্তিশগড়ী জনমানসত সৰ্বাধিক প্ৰভাৱ পেলোৱা মহান আৰু পূণ্যধাম স্বৰূপ ৰাজীৱ লোচন মন্দিৰ সম্পৰ্কে কেইবাটাও জনশ্ৰুতি প্ৰচলিত হৈ আছে। তাৰে মাত্ৰ এটি জন প্ৰৱাদৰ বিষয়ে বৰ্ণনা কৰা হ'ল।

প্ৰাচীন কালত ৰাজিম এখন অখ্যাত গাঁও আছিল। গাঁৱৰ বাসিন্দাসকলৰ বেছিভাগেই তেলী সম্প্ৰদায়ৰ লোক। তেলপেৰা আৰু তেলৰ ব্যৱসায় কৰাই গাঁওবাসী তেলীসকলৰ জীৱিকা-নিৰ্বাহৰ প্ৰধান সম্বল। তেলী সম্প্ৰদায়ৰ এটি পৰিয়ালত ৰাজিম নামৰ এগৰাকী সুশীলা বোৱাৰী আছিল। শহুৰ, শাহু আৰু স্বামীয়ে ওৰে দিন ঘানি টানি তেল পেৰে আৰু বোৱাৰী ৰাজিমে সেই তেল বিক্ৰী কৰি ধন ঘটে। তৈলপূৰ্ণ পাত্ৰ লৈ ৰাজিমে গাঁৱৰ ঘৰে ঘৰে ফুৰে। সন্ধ্যা ঘৰলৈ উলটি আহি গৃহ-স্বামীৰ হাতত উপাৰ্জনৰ টকাখিনি সঁপি দিয়ে। এনেকৈয়ে দৰিদ্ৰ পৰিয়ালটিৰ ভৰণ-পোষণ চলি আছিল।

এদিনৰ কথা। কাষৰীয়া গাঁৱত ৰাজিমৰ তেল বিক্ৰী নহ'ল। সেয়ে তেওঁ পাহাৰী পথ অতিক্ৰম কৰি তেল বিক্ৰীৰ অৰ্থে দূৰণিৰ গাঁৱলৈ ৰাওনা হয়। মূৰত তেলৰ পাত্ৰ লৈ লয়লাস ভঙ্গিমাৰে ৰাজিমে পাহাৰ বগাবলৈ ধৰে। এনেতে এটি প্ৰস্তৰখণ্ডত খুন্দা খোৱাৰ ফলত মূৰৰ পৰা তেলপূৰ্ণ মাটিৰ পাত্ৰটি ওফৰি পৰিল। লগে লগে পাত্ৰটি ভাঙি চূৰ্ণ-বিচূৰ্ণ হয় আৰু আটাইখিনি তেল মাটিত পৰি যায়।

তেলখিনি পৰি যোৱাত তাই বৰ আহুকলীয়া পৰিস্থিতিত পৰে। ঘৰত তাই কি ক'বগৈ? শাহু-শহুৰ আৰু স্বামীক তাই কি কৈফিয়ৎ দিব? তেলখিনি পৰি যোৱা কথাটো জানো তেওঁলোকে মানি ল'ব। তাইৰ অসাৱধানতাৰ বাবে তাই জানো সকলোৰে কৰ্কথনা শুনিব নালাগিব? ইত্যাগি কথা ভাবি ভাবি তাই ভয় আৰু শঙ্কাত ম্ৰিয়মান হৈ মাটিতে বহি পৰিল।

আসন্ন বিপদৰ পৰা কিদৰে পৰিত্ৰাণ পাব তাৰ উপায় বিচাৰি তেলী বধু ৰাজিমে ইষ্টনাম জপ কৰিবলৈ ধৰিলে। এনেকৈয়ে কিছু সময় পাৰ হৈ গ'ল। হঠাৎ এবাৰ নিজৰ অজানিতে ৰাজিমে ভগা পাত্ৰটিৰ ফালে দৃষ্টি নিক্ষেপ কৰাত দেখিলে যে তেলৰ পাত্ৰটি আগৰ দৰেই তেলেৰে উপচি আছে। প্ৰথমতে তাই নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিল। ধহমহ কৈ উঠি তাই তেলৰ পাত্ৰটি তুলি আনে। হয়, পাত্ৰটো আগৰ দৰেই তেলেৰে ভৰি আছে। ঈশ্বৰৰ পৰম করুণাৰ প্ৰতি গদ্‌গদ্ হৈ সভক্তিৰে ঠেকা খোৱা প্ৰস্তৰ খণ্ডত তাই মূৰ দোৱায় সেৱা যাঁচে। গাঁৱলৈ গৈ তাই তেল বিক্ৰী কৰিলে তথাপি সেই তেলৰ পাত্ৰ খালি নহ'ল। সেইদিনা তাই প্ৰচুৰ ধন ঘটিলে আৰু গধূলি তেলপূৰ্ণ পাত্ৰৰে ঘৰলৈ উলটি যায়।

গৃহস্বামীয়ে আন দিনতকৈয়ো অধিক ধন পোৱাৰ পিছতো পাত্ৰটো তেলেৰে ভৰি থকা দেখা পাই তবধ মানিলে। ৰাজিমে পথত ঘটা ঘটনাটোৰ বিষয়ে আদ্যোপান্ত বিৱৰি সকলো কথা গৃহস্বামীক জনায়।

বোৱাৰীৰ কথাৰ সত্যাসত্য প্ৰমাণ কৰিবলৈ পিছদিনা শাশুৱেকে নিজেই তেল ভৰ্তি পাত্ৰ লৈ সেই পথেদি যাত্ৰা কৰে। তেওঁ ইচ্ছাকৃত ভাৱেই সেই নিৰ্দিষ্ট পাথৰটিত খুন্দা খুন্দা খাই মূৰৰ তৈলপাত্ৰ মাটিলৈ পেলাই দিয়ে। পাত্ৰ ভাঙি আটাইখিনি তেল মাটিত পৰি যায়। শাশুয়েকে তেতিয়া অতি ভক্তি ভাৱেৰে পাথৰ খণ্ডক প্ৰণাম জনায়। প্ৰণাম কৰি অঁতাই ভগ্নপাত্ৰটিৰ ফালে ঘূৰি চাই দেখে যে অলৌকিক ভাৱেই অক্ষুন্ন মাটিৰ পাত্ৰটি তেলেৰে উপচি আছে।

পাথৰটিত নিশ্চিত ভাৱে কোনো দেৱতা থকা বুলি পৰিয়ালটোৱে সিদ্ধান্ত কৰে। সেইমতে পাথৰ খনা আৰম্ভ হয় আৰু পথাৰৰ কিছু তলত এটি বিষ্ণু মূৰ্তি উদ্ধাৰ হয়। মূৰ্তিটো ঘৰলৈ আনি ভক্তি ভাৱেৰে সিহঁতে নিজৰ নামঘৰৰ থাপনাত প্ৰতিষ্ঠা কৰে। দেৱতাৰ কৃপা লাভ কৰি তেলী পৰিয়ালৰ দাৰিদ্ৰতা দূৰ হ'ল আৰু উন্নতিৰ পথত দোপত দোপে আগ বাঢ়ি গ'ল। অতি কম দিনৰ ভিতৰতে লেখত ল'বলগীয়া পৰিয়াল হিচাপে তেওঁলোক জনাজাত হৈ পৰিল।

সেই সময়ত বায়গড়ৰ ৰজা আছিল জয়পালদেৱ। ধাৰ্মিক আৰু প্ৰজাৰঞ্জক ৰজা জয়পালে এটি মন্দিৰ প্ৰতিষ্ঠা কৰিবলৈ স্বপ্নাদেশ পায়। সেইমতে ৰজাই এটি জাকতজিলিকা মন্দিৰ





নিৰ্মাণ কৰায়। কিন্তু মন্দিৰত কোন দেৱতাৰ মূৰ্তি প্ৰতিষ্ঠা কৰিব তাকেহে তেওঁ থিৰাং কৰিব নোৱাৰিলে। উদ্বিগ্নতাৰ বাবে ৰজাৰ দিন নেযায় ৰাতি নুপুৱায় এনে অৱস্থা হ'ল। এনে সময়তে ৰজাই অহকাণে পহু কাণে তেলী বোৱাৰী ৰাজিম আৰু তেওঁ স্থাপন কৰা মন্দিৰৰ মাহাত্ম্যৰ বিষয়ে শুনিবলৈ পায়। ৰজাই যিকোনো মূল্যৰ বিনিময়ত সেই দেৱ মূৰ্তিটো আনিবলৈ এজন গুণী-জ্ঞানী আৰু বয়োজ্যেষ্ঠ মন্ত্ৰী পঠাই দিয়ে।

ৰাজিম ইতিমধ্যে দেৱতাৰ মহাত্ম্যত ধনবান আৰু যশবান হৈ পৰিছিল। ৰজাৰ প্ৰস্তাৱ পাই আৰু অধিক ধনী হোৱাৰ আকাংক্ষা ৰাজিমৰ অন্তৰত জাগ্ৰত হয়। প্ৰলোভনৰ জালত বন্দী তেলী বধুয়ে সেয়ে মূৰ্তিটোৰ সমান ওজনৰ সোণ দাবী কৰে। মন্ত্ৰীয়ে ৰাজিম আৰু দেৱমূৰ্তিটো ৰজাৰ ওচৰলৈ লৈ যায়। ৰজাই ৰাজিমৰ প্ৰস্তাৱত সন্মতি প্ৰকাশ কৰে আৰু মূৰ্তিটো জুখিবৰ বাবে তুলাচনীত তোলে। পিছে মূৰ্তিটো সম্পূৰ্ণ ওজনহীন হ'ল। মূৰ্তিৰ এনে আলৌকিক কাণ্ড দেখি ৰজা-ৰাণী, পাত্ৰ-মন্ত্ৰী, সভাসদ আৰু উপস্থিত জনতা সকলোৱে আচৰিত হৈ পৰে। আনপিনে ৰাজিমে দেৱতাক বিক্ৰী কৰিবলৈ লোৱা নিজৰ ভুল বুজিব পাৰি দেৱতাৰ আগত সাষ্টাঙ্গে পৰি প্ৰণিপাত জনায়। দেৱতাক বিক্ৰী ধন ঘটিবলৈ কৰা কু-অভিপ্ৰায়ৰ বাবে তেওঁ বৰ লজ্জিত হয় আৰু দেৱতাৰ শ্ৰীচৰণত ক্ষমা প্ৰাৰ্থনা জনায়। তাৰ পিছত হাত জোৰ কৰি তেওঁ ৰজাক নিবেদি কয়—'হে মহাৰাজ! মই মোৰ ভুল উপলব্ধি কৰিব পাৰিছোঁ আৰু তাৰ বাবে মোৰ আৰু কোনো ৰকমৰ দাবী নাই। এই মূৰ্তিটো মই আপোনাক অতি প্ৰসন্ন চিত্তে সম্প্ৰদান কৰিলোঁ।'

ৰাজিমৰ কথা শুনি ৰজা বৰ আনন্দিত হয়। মন্দিৰত ৰজাই বিগ্ৰহটো প্ৰতিষ্ঠা কৰিলে। ৰাজিমৰ নামানুসৰি ৰজাই সেই নগৰখন ৰাজিম নামেৰে নামকৰণ কৰে আৰু মন্দিৰটোৰ নামও ৰাজীব লোচন ৰাখে।

# শ্ৰীশ্ৰীজগন্নাথ ধাম আৰু বিশ্ববসু শবৰ

অসমৰ চাহ শ্ৰমিকসকল বহুতো জাতি-জনজাতিৰ সমাহাৰ। শতাধিক বছৰ একেলগে, একে পৰিৱেশত আৰু একে অৰ্থনৈতিক কাঠামোৰ মাজত বসবাস কৰিব লগা হোৱা বাবে তেওঁবিলাকৰ মাজত সহনশীলতা আৰু পাৰস্পাৰিক বুজাপৰা গা কৰি উঠিছে। সেয়ে চাহ-জনগোষ্ঠীৰ বিভিন্ন লোক-সমাজৰ মাজত ভিন্নতা থকা সত্বেও আজি তেওঁলোক একদেহ আৰু এক মনৰ হ'ব পাৰিছে। পৰস্পৰৰ কলা-সংস্কৃতিক আদৰি এক উমৈহতীয়া চাহ জনজাতিৰ সংস্কৃতি গঢ়ি তুলিব পাৰিছে।

চাহ-জনজাতিৰ মাজত শবৰ নামে এটি জনজাতি আছে। এওঁলোক উৰিষ্যাৰ পৰা অহা। মূল ভূমিখণ্ডত আজিও তেওঁলোকে ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীৰ অন্তৰ্গত তপশীলভুক্ত জনজাতি হিচাপে স্বীকৃতি লাভ কৰিছে। পিছে অসমত সংবিধান প্ৰদত্ত উক্ত সুবিধা ভোগ কৰাৰ সৌভাগ্য তেওঁলোকৰ ভাগ্যত অদ্য পৰিমিত ঘটা নাই।

হিন্দুধৰ্মৰ চাৰিধামৰ ভিতৰত অন্যতম শ্ৰেষ্ঠ ধাম হিচাপে জনাজাত হ'ল পুৰীৰ জগন্নাথ ধাম। এই ধামৰ লগত শবৰ জাতি অঙ্গাঙ্গী ভাৱে জড়িত। ভেঁটী শাস্ত্ৰ সম্ভূত হোৱা বাবে সমগ্ৰ উৰিষ্যাবাসীৰ উপৰিও শাস্ত্ৰ অথবা ভাৰতীয় তীৰ্থক্ষেত্ৰৰ বিষয়ে পুথিপাঁজি অধ্যয়ন কৰা লোকমাত্ৰেই উক্ত জনবিশ্বাসৰ সম্ভেদ লাভ কৰিছে।

পুৰীধাম হিন্দুৰ মহা পবিত্ৰ তীৰ্থক্ষেত্ৰ। পুৰীৰ মঠ মন্দিৰ আৰু মন্দিৰ গৰ্ভৰ খোদিত ভাস্কৰ্যই প্ৰাচীন ভাৰতীয় সভ্যতা-সংস্কৃতি আৰু কৃষ্টিৰ পৰিচয় ভাঙি ধৰে। মুঠ কথাত ভাৰতীয় সভ্যতাৰ এক গৌৰৱময় যুগৰ নিৰ্দৰ্শনেই হ'ল পুৰীক্ষেত্ৰ।

ঢৌৰে ঢৌৰে খেদাখেদি কৰি অপূৰ্ব মোহময় পৰিবেশৰ সৃষ্টি কৰা বঙ্গোপসাগৰৰ জলৰাশিৰ অনতিদূৰৈত অৱস্থিত পুৰীক্ষেত্ৰৰ সৰ্বপ্ৰধান মণ্ডিৰটিক জগন্নাথ ধাম বোলা হয়। ইয়াৰ দেৱতা হ'ল স্বয়ং জগন্নাথ। মন্দিৰ গহ্বৰত প্ৰতিষ্ঠিত বিগ্ৰহ হ'ল বলোভদ্ৰ, সুভদ্ৰা আৰু শ্ৰীশ্ৰীজগন্নাথ অৰ্থাৎ শ্ৰীকৃষ্ণ। তিনিজন বিগ্ৰহ থকা সত্বেও ইয়াত অৱশ্যে চাৰিজন দেৱতাৰ নামত চাৰিভাগ ভোগ নিৱেদন কৰা হয়। সেই কাৰণে জগন্নাথ ধাম ত্ৰিমূৰ্তি নহয় মূৰ্তি চতুষ্টয়হে। কিয়নো শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰকো ইয়াত দেৱতা জ্ঞান কৰি পূজা-পাতল দিয়া হয়।

যুগ যুগান্তৰৰ পৰা বসবাস কৰি অহা শবৰ-সকলৰ আবাস ভূমি পুৰীক্ষেত্ৰ এসময়ত নীলাচল ৰূপেও জনাজাত আছিল। প্ৰবাদ মতে এই ঠাইত নীলাচল নামেৰে এটি পাহাৰ আছিল। নীলকণ্ঠ মণিৰে নীলমাধৱৰ শ্ৰীমূৰ্তি এই পাহাৰতে বিৰাজিত থকা বাবে ইয়াৰ নাম





হৈছিল নীলাচল। কালক্ৰমে নীলাচল পাহাৰ ভূগৰ্ভৰ তললৈ সোমাই যায় আৰু তাৰ ঠাইত সাগৰৰ সৃষ্টি হয়। কিন্তু অতীজৰ নামানুসাৰে এই ঠাইডোখৰৰ নাম নীলাচল হৈয়েই ৰ'ল।

শবৰসকল অতীতৰ শৌৰ্য-বীৰ্যৰে গৌৰৱান্বিত এক মহাপৰাক্ৰমী জাতি। মহাবলধৰ ধেনুকা শবৰে উৰিষ্যাৰ বিখ্যাত ধেনুকানল ৰাজ্যৰ ভেঁটি প্ৰতিষ্ঠা কৰিছিল। উৰিষ্যাৰ পৰা বিন্ধ্য পৰ্বতমালাৰ মাজেৰে বৈ যোৱা মধ্যপ্ৰদেশৰ মহানদীলৈকে এক বিস্তৃৰ্ণ অঞ্চলত শবৰসকল ইতিহাসে ঢুকি নোপোৱা কালৰে পৰাই বাস কৰি আহিছে। আনকি ৰামচন্দ্ৰক মিঠা বগৰী খুৱাই দিয়া শৰ্বৰী বুঢ়ীও এইকুলৰে এগৰাকী উজ্জ্বল বন্তি। ভাৰতৰ অমৰ মহাকাব্যদ্বয় ৰামায়ণ আৰু মহাভাৰততো শবৰ জাতিৰ উল্লেখ পোৱা যায়।

ঐতিহাসিক জাতি শবৰসকলৰে এজন হ'ল বিশ্ববসু শবৰ। তেওঁ নিজগুণে মহিমাণ্ডিত। সেয়ে বিশ্ব-বন্দিত মহাপ্ৰভু শ্ৰীশ্ৰীজগন্নাথ বাবাৰ তেওঁ মহাভক্ত আছিল। নীলাচল পৰ্বতৰ গভীৰ অৰণ্যৰ মাজত অৱস্থিত এজোপা প্ৰকাণ্ড বট বৃক্ষৰ কাষৰ গহ্বৰত নীল মাধৱ ৰূপে শ্ৰীহৰি বিষ্ণু বিৰাজিত হৈছিল। সেইজনা নীল মাধৱ একমাত্ৰ বিশ্ব বসু শবৰৰ ওচৰততহে প্ৰকাশিত হৈছিল আৰু তেওঁৰ পৰাহে পূজা গ্ৰহণ কৰিছিল।

জংঘলাকীৰ্ণ ঠাইত বিশ্ববসুৰ দ্বাৰা একাকী ভাৱে পূজিত শ্ৰীশ্ৰীজগন্নাথ ঠাকুৰৰ উদ্ধাৰ আৰু নীলাচল ক্ষেত্ৰ বা পুৰীক্ষেত্ৰ অথবা পুৰুষোত্তম ক্ষেত্ৰত লোক কল্যাণাৰ্থে প্ৰতিষ্ঠা পোৱা সন্দৰ্ভত থকা পৌৰাণিক আখ্যানটি এনেধৰণৰ।

ভাৰতৰ পৌৰাণিক কালৰ ৰজাসকলৰ ভিতৰত ইন্দ্ৰদ্যুম্ন ৰজাৰ নাম অতিকৈ প্ৰখ্যাত। মালয় দেশৰ ৰজা ইন্দ্ৰদ্যুম্নৰ ৰাজধানী আছিল অৱন্তী। অৱন্তীৰ নাম আৰু যশৰ কথা ভাৰতৰ সৰ্বত্ৰে প্ৰচাৰিত হৈছিল। সূৰ্য বংশীয় ৰজা ইন্দ্ৰদ্যুম্ন পৰম বিষ্ণুভক্ত হোৱা বাবে তেওঁৰ ৰাজসভাত সততে ধৰ্ম-আলোচনা হৈছিল। এদিন তেওঁৰ ধৰ্মসভাত দেৱঋষি নাৰৰ আগমণ ঘটে। ৰজাৰ আতিথ্যত সন্তুষ্ট হৈ আৰু ধৰ্ম কৰ্মত তেওঁৰ আসক্তি দেখি নাৰদে ৰজাক বিষ্ণু দৰ্শন লাভ কৰিব বুলি আশীৰ্বাদ দিয়ে। নাৰদৰ শ্ৰীমুখ আশীৰ্বাদত ৰজা অতি আনন্দিত হয় আৰু ক'ত কেনেকৈ ভগৱানৰ দৰ্শন লাভ কৰিব সবিশেষ জনাবলৈ মহামুণিক খাটনি ধৰে। ভগৱান বিষ্ণু ইতিমধ্যে নীলাচল পাহাৰত নীল মাধৱ ৰূপে বিৰাজমান হৈছে আৰু তেওঁৰ যোগেদিয়েই জগতৰ মানৱকুলৰ বাবে প্ৰতিষ্ঠা লাভ কৰিব বুলি মহামুনিয়ে ৰজা ইন্দ্ৰদ্যুম্নক জানিবলৈ দিয়ে।

নীলমাধৱৰ সম্ভেদ পাই ৰজা থিৰেৰে থাকিব নোৱাৰা হয়। তেওঁ অন্নজল তথা ৰাজকাৰ্য পৰিহাৰ কৰি একাগ্ৰচিত্তে মাধৱক সুঁৱৰিবলৈ ধৰে। কি উপায়েৰে মাধৱক উদ্ধাৰ কৰিব পৰা যায় সেই বিষয়ে অনেক গুণাগঁথা কৰাৰ পিছত ৰজাই বিদ্যাপতি নামৰ এজন শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ পণ্ডিতক নীলমাধৱৰ উদ্ধাৰ কৰাৰ দায়িত্ব অৰ্পণ কৰে।

ৰজাৰ আদেশ অনুযায়ী বিদ্যাপতিয়ে শবৰ জাতিৰ বাসস্থলৰ সন্ধানত নীলগিৰিৰ ফালে যাত্ৰা আৰম্ভ কৰে। অনেক ঠাই পৰিভ্ৰমণৰ অন্তত বিদ্যাপতিয়ে শবৰসকলৰ বাসভূমিত প্ৰৱেশ কৰেহি। অনুসন্ধান কৰি থাকোঁতে বিশ্ববসু নামৰ এজন শবৰে কোনো এক দেৱতাক অটব্য হাবিৰ মাজত পূজা কৰি থকাৰ সম্ভেদ পায়। কিন্তু কোনজনা দেৱতাৰ তেওঁ পূজা কৰে সেইকথা হ'লে বিদ্যাপতিয়ে একোকে জানিব নোৱাৰিলে।

যি হওক সুচতুৰ বিদ্যাপতিয়ে বিশ্ববসু শবৰৰ ঘৰতে অতিথি হিচাপে আশ্ৰয় গ্ৰহণ কৰে। বিশ্ববসুৰ এগৰাকী সৰ্বগুণসম্পন্না কন্যা আছিল। তাইৰ নাম হ'ল ললিতা। পিতৃয়ে অতিথি শুশ্ৰূষাৰ ভাৰ ললিতাৰ ওপৰতে ন্যস্ত কৰি নিজে নীলমাধৱৰ সেৱা পূজাতে নিমগ্ন হৈ থাকিল।

শহাকণীয়া বিদ্যাপতিয়ে বিশ্ববসু শবৰৰ প্ৰতিটো পদক্ষেপ অতি মনোযোগেৰে লক্ষ্য কৰি থাকিল। তেওঁ দেখিলে যে বেলি ফেঁহুজালি দিয়াৰ আগতেই প্ৰতিদিনে বিশ্ববসু শবৰে স্নান কাৰ্য সমাপন কৰি কৰবালৈ ওলাই যায়। দুপৰীয়া পূজাৰ প্ৰসাদ লৈ ঘৰলৈ উভতি আহে। ফলমূলৰ প্ৰসাদ বিতৰণৰ পিছতহে তেওঁ অন্নজল গ্ৰহণ কৰে। বিদ্যাপতিয়ে আৰু লক্ষ্য কৰিলে যে বিশ্ববসুৰ সৰ্বাঙ্গত চন্দনৰ গোন্ধ আমোল-মোলাই থাকে। ইয়াৰ পৰা তেওঁ অনুমান কৰিছিল যে বিশ্ববসুৱে নিশ্চয় কোনো ভগৱানৰ দৰ্শন লাভ কৰিছে। সকলোবোৰ কথা খৰচি মাৰি জানিবলৈ তেওঁৰ বৰ মন গৈছিল। কিন্তু বিশ্ববসুয়ে ইমান সন্তৰ্পণে দোকমোকালিতে ওলাই যায় যে তেওঁনো ক'লৈ যায়, কোন বিগ্ৰহৰ সেৱা পূজা কৰে বিদ্যাপতিয়ে শতচেষ্টা কৰিও একোকে উৱাদিহ বিচাৰি নেপালে।

উপায়বিহীন হৈ বিদ্যাপতিয়ে ললিতাৰ শৰণাপন্ন হয়। তেওঁ ললিতাক ভাল পাবলৈ ধৰে আৰু কিছুদিন যোৱাৰ পিছত বিশ্ব শবৰক ললিতাৰ লগত বিবাহৰ প্ৰস্তাৱ আগ বঢ়ায়। বিশ্বই প্ৰস্তাৱটি গ্ৰহণ কৰে আৰু আনন্দ মনেৰে নিজৰ কন্যাটিক বিদ্যাপতিৰ লগত বিয়া দিয়ে।

স্বামীৰ ইচ্ছানুযায়ী নিতৌ বিদ্যাপতিয়ে নীল মাধৱৰ দৰ্শন কৰিবলৈ কৰা হেঁপাহৰ কথা দেউতাকক জনায় আৰু ঢলপুৱাতে পূজা কৰিবলৈ যাওঁতে জোঁৱায়েকক লগতে লৈ যাবৰ বাবে দেউতাকক কুটৰিবলৈ ধৰিলে। আদৰৰ জীয়াৰীৰ কথা পেলাব নোৱাৰি অৱশেষত বিশ্ব বসুৱে জোঁৱায়েকক চৰ্তসাপেক্ষে লগত লৈ যাবলৈ মান্তি হয়।

ৰাতি অন্ন গ্ৰহণৰ পিছত বিশ্ৰামৰ সময়ত ললিতাই দেউতাকৰ চৰ্তটোৰ বিষয়ে গিৰিয়েকক অৱগত কৰে। সেইমতে নীলমাধৱৰ দৰ্শনৰ বাবে যাত্ৰাৰম্ভ কৰাৰ আগমুহূৰ্তত বিদ্যাপতিৰ চকুত আঁৰ কাপোৰ বান্ধি দিয়া হ'ব আৰু দৰ্শনৰ পিছত পুনৰ চকু বান্ধি ঘৰলৈ আহিব লাগিব। নীলমাধৱৰ দৰ্শনৰ বাবে অন্তৰত পুহি ৰখা দীৰ্ঘদিনীয়া আশা পূৰণ হোৱাৰ পথ সুগম হোৱাত বিদ্যাপতিৰ দুনয়নেদি দুধাৰি আনন্দাশ্ৰু বৈ যায়। কিন্তু ইন্দ্ৰদ্যুম্ন ৰজাৰ আদেশৰ





কথা মনত পৰাৰ লগে লগে তেওঁৰ মনৰ সমগ্ৰ আনন্দ সূৰ্যৰ কিৰণত নিয়ৰ অন্তৰ্ধান হোৱাৰ দৰেই নিমিষতে নাইকীয়া হৈ যায়। গিৰিয়েকৰ মুখমণ্ডলত আনন্দ আৰু নিৰানন্দৰ মিশ্ৰিত ভাৱ একেলগে দোলা দিয়া দেখি ললিতা বিচলিত হয় আৰু তাৰ কাৰণ বৰ্ণাবলৈ গিৰিয়েকক অনুৰোধ জনায়। নীলমাধৱক উদ্ধাৰৰ কাৰণতে জগতৰ জীৱৰ কল্যাণৰ বাবে প্ৰতিষ্ঠা কৰিবলৈ ইচ্ছুক ইন্দ্ৰদ্যুম্ন ৰজাৰ আদেশৰ বিষয়ে বিদ্যাপতিয়ে নিজ ভাৰ্যাক জানিবলৈ দিয়ে। কথা শুনি ললিতাইও চিন্তিতহৈ পৰে। দেউতাকে নীলমাধৱৰ দৰ্শনে নিজৰ বাহিৰে আনৰ বাবে উন্মুক্ত কৰিব নোখোজাৰ কাৰণ তাই বিচাৰি নেপালে। ভগৱানৰ কথা ভগৱানেই চিন্তা কৰিব বুলি তাই গিৰিয়েকক বিশ্ৰাম কৰিবলৈ অনুৰোধ জনায়।

তিৰোতাসকল সাধাৰণতে সাংসাৰিক বুদ্ধিত পাকৈত। ললিতাই গিৰিয়েকৰ উদ্দেশ্য সাধনৰ বাবে এটি বুদ্ধি সাজি উলিয়ালে। বিদ্যাপতিয়ে ললিতাৰ বুদ্ধিত বিস্ময় প্ৰকাশ কৰে আৰু ইয়াৰ ফলত তেওঁৰ অন্তৰত আশাৰ সঞ্চাৰ হয়। আহ্নিক সমাপন কৰি পুৱতি নিশা বিদ্যাপতিয়ে শহুৰেকৰ লগত পৰম প্ৰেয় নীলমাধৱ দৰ্শনৰ বাবে সাজু হয়। লগে লগে চৰ্তানুসৰি বিস্ব বসুৱে জোঁৱায়েক বিদ্যাপতিৰ চকু দুটা ডাঠ কাপোৰেৰে বান্ধি দিয়ে। সেই সময়তে স্বামীৰ হাতত এটা টোপোলা দিবলৈ ললিতাই দেউতাকৰ ওচৰত অনুমতি প্ৰাৰ্থনা কৰে। দেউতাকে আপত্তি নকৰিলে। সুচতুৰা ললিতাই তলিফুটা টোপোলা এটাত তিল ভৰাই স্বামীৰ চোলাৰ জেপত সোমোৱাই দিয়ে।

কিছুদূৰ যোৱাৰ পিছত ডাঠ অৰণ্য পোৱা গ'ল। অৰণ্যৰ বেষ্টনী ফালি শহুৰ জোঁৱাই দুয়ো গন্তব্য স্থানলৈ আগ বাঢ়ি যায়। বাটত যাওঁতে তিলৰ টোপোলাৰ পৰা দুই এটিকৈ তিল পৰি যাবলৈ ধৰে। পূব আকাশত পূৰেৰুণ উদয় হোৱাৰ অনেক পিছতহে সিহঁত গন্তব্য স্থানত উপস্থিত হয়।

বিশ্ববসুৱে জোঁৱায়েকৰ চকুৰ বান্ধ খুলি দিয়ে। চৌদিশে অটব্য হাবিৰ মাজত বিদ্যাপতিয়ে নিজকে আৱিষ্কাৰ কৰে। এটি জলকুণ্ডৰ সংলগ্ন বিশালাকৃতিৰ এজোপা বটবৃক্ষৰ কাষৰ গহ্বৰত নীলকণ্ঠ মণিৰে নীলমাধৱ সুশোভিত হৈ থকা দেখা পায়। মণিৰ পোহৰত সমগ্ৰ গহ্বৰ কক্ষ জিলিকি আছিল। দেখা মাত্ৰে বিদ্যাপতিৰ মন প্ৰাণ আনন্দত পুলকিত হৈ পৰে। মনৰ পুঞ্জীভূত আশা আৰু ইন্দ্ৰদ্যুম্ন ৰজাৰ আদেশ ফলৱতী হোৱাৰ আশাত বিদ্যাপতিয়ে অভিভূত হয়। বিদ্যাপতিয়ে সাষ্টাঙ্গে মাধৱৰ শ্ৰীচৰণত প্ৰণিপাত জনায়।

চাৰিওফালে শান্ত-সৌম্য আৰু নিজঞ্জাল পৰিবেশ। প্ৰকৃতিৰ শীতলী কোলাত বহি ভগৱদ্‌প্ৰেম আকলুৱা বিদ্যাপতিয়ে মাধৱক নিৰীক্ষণ কৰিবলৈ ধৰে। অৰণ্যৰ গভীৰতাত বিৰাজমান নীলমাধৱৰ চমৎকাৰিতাৰ চানেকি তেওঁৰ চকুত ভাস্বৰ হৈ উঠে। ঠাইডোখৰৰ অলৌকিকতাত তেওঁ বিমোহিত হয়। হঠাৎ ওপৰলৈ চাই বিদ্যাপতিয়ে দেখে যে ৰুহিনীকুণ্ডৰ কাষতে থকা বট বৃক্ষৰ ডালত বহি এটা কাউৰী পক্ষীয়ে টোপনিয়াই আছে। এনেকৈ থাকোঁতে টোপনিতে এবাৰ কাউৰীটো ৰুহিনীকুণ্ডৰ পানীত সৰি পৰে। কিন্তু অতি আচৰিত যে পানীত পৰা কাউৰীটো তৎক্ষণাত চৰ্তুৰ্ভুজ ৰূপ ধাৰণ কৰি ওপৰলৈ উঠি পুনৰ বটবৃক্ষৰ

ডালতে বহে। মহাপ্ৰভূৰ লীলা আৰু ৰুহিনীকুণ্ডৰ মহাত্ম্য দেখি বিদ্যাপতি ৰোমাঞ্চিত হয়।

চৰাইটোৰ দৰেই মুক্তিকামনা কৰি ৰুহিনীকুণ্ডত স্নান কৰিবৰ বাবে বিদ্যাপতি উদ্যত হয়। এনেতে চৰ্তুভূজধাৰী কাকৰূপী ভগৱন্তই ঠাই ডোখৰৰ নিস্তব্ধতা বিদীৰ্ণ কৰি গুৰুগম্ভীৰ স্বৰেৰে বাণী দিয়ে—'হে ভগৱৎ অন্বেষণকাৰী ব্ৰাহ্মণ বিদ্যাপতি। তুমি কৰ্তব্য পাহৰিছা। মোৰ মহাভক্ত ইন্দ্ৰদ্যুম্ন ৰজাই তোমাক এটি বিশেষ কামত এই পুণ্যভূমিলৈ প্ৰেৰণ কৰিছে। তুমি সেই মহৎ কাম সমাধা কৰা। প্ৰভূৰ ইচ্ছা অনুযায়ী ৰজা ইন্দ্ৰদ্যুম্নৰ দ্বাৰাই নীলমাধৱ নৰলোকত প্ৰকাশ পাব। নীলমাধৱৰ দৰ্শন লাভ কৰি জগতৰ পাপী তাপীসকলে পৰিত্ৰাণ পাব। দৰ্শনাৰ্থীয়ে বিমল আনন্দ লভিব আৰু তেওঁলোকৰ মহাকল্যাণ হ'ব। সেয়ে তুমি মুক্তি কামনা বিসৰ্জন দি নিজৰ কৰ্তব্য পালন কৰা।'

ৰজাৰ আদেশ আৰু আকাশবাণীৰ মতে কাম কৰাই বিদ্যাপতিয়ে সমীচীন বিবেচনা কৰিলে। ঠিক তেনে সময়তে বিশ্ববসু শবৰৰ বনৰ মাজৰ পৰা পূজাৰ বাবে ফলমূল আৰু নৈবেদ্য লৈ আহি সেইখিনি পায়হি।

আনদিনাৰ দৰেই বিশ্ববসুৱে গছৰ পাতত নৈবেদ্য সজাই নীলমাধৱলৈ আগ বঢ়ায়। কিন্তু অনেক কাকুতি মিনতি কৰাৰ পিছতো নীলমাধৱে সিদিনাৰ নৈবেদ্য গ্ৰহণ নকৰিলে। বিশ্ববসুৰ শত-প্ৰাৰ্থনা বিফলে গ'ল। জোঁৱায়েকক লগত লৈ আহি কি মহাভুল কৰিলে সেইকথা বিশ্ববসুৱে হৃদয়ঙ্গম কৰিব পাৰিলে। শেষান্তৰত মনৰ দুখত কান্দি কান্দি তেওঁ ঘৰমুৱা হয়। কিন্তু তাৰ আগতেই জোঁৱায়েকৰ চকুত ডাঠ কাপোৰৰ আৱৰণ এটা বান্ধি দিয়ে।

বিশ্ববসুৱে অন্নজল গ্ৰহণ নকৰি গোটেই দিনটো বেজাৰ কৰিয়েই কটাই দিয়ে। আনকি ৰাতিও তেওঁ অন্ন গ্ৰহণ নকৰিলে। ৰাতি বিশ্ববসুৱে শয়নকক্ষত প্ৰৱেশ কৰে। কিন্তু চকুত টোপনি নাই। নীলমাধৱৰ শ্ৰীচৰণত লগোৱা অপৰাধৰ জ্বালাত তেওঁৰ অন্তৰ ক্ষত-বিক্ষত হ'ল। ৰাতিৰ কেইবা প্ৰহৰ এনেকৈয়ে অতিবাহিত হৈ যায়। পুৱতি নিশা তেওঁৰ চিলমিলিয়া টোপনি ধৰে। লগে লগে সপোনত তেওঁৰ নীলমাধৱৰ দৰ্শন হয়। মাধৱে তেওঁক ক'লে যে বিশ্ব শবৰ তেওঁৰ পৰম ভক্ত। সেয়ে সদায়ে তেওঁৰ প্ৰতি ভগৱান সন্তুষ্ট হৈ থাকিব। আনহে নেলাগে তেওঁ পুত্ৰপৌত্ৰাদিক্ৰমে নীলমাধৱৰ সান্নিধ্য পাই থাকিব আৰু বিশ্ব শবৰ অথবা তেওঁৰ উত্তৰ পুৰুষসকলে নীলমাধৱৰ পূজা সেৱাত অগ্ৰাধিকাৰ পোৱাৰ ব্যৱস্থাও ভগৱানে সময়ত নিজেই কৰি দিব। তদুপৰি নীলমাধৱে কয় যে তেওঁৰ আন এজন মহাভক্ত ইন্দ্ৰদ্যুম্ন ৰজাই ইতিমধ্যে ধৰাধামত জন্ম গ্ৰহণ কৰিছে। বিশ্ববসুৰ পিছত তেওঁৱেই নীলমাধৱৰ পূজাৰ অধিকাৰী হ'ব আৰু এওঁৰ যোগেদিয়েই নীলমাধৱে পৃথিৱীত প্ৰতিষ্ঠা লাভ কৰিব।'

ভগৱানে তেওঁক পুনৰ ক'বলৈ ধৰিলে যে অসময়ত আৰু তেওঁৰ মহাভক্তৰ ব্যতিৰেকে আন ভক্তক অৰ্থাৎ বিদ্যাপতিক নীলমাধৱ দৰ্শন কৰাই বসু শবৰে মহাভুল কৰিলে। গতিকে নীলমাধৱক পূৰ্বৰ ৰূপত আৰু আন কোনেও দেখা নাপাব। এতিয়াৰ পৰা তেওঁ দাৰু ব্ৰহ্মাৰ ৰূপতহে প্ৰকাশ পাব।





স্বপ্নাদেশৰ পিছত বিশ্ববসুৰ মন কিছু শান্ত হয়। নতুনকৈ তেওঁৰ মনত এক অভূতপূৰ্ব অমিয় মধুৰ ভাৱৰ উদ্ৰেক হয়। সেয়ে আগৰ দৰেই তেওঁ নীল মাধৱৰ পূজা সেৱা চলাই যাবলৈ ধৰিলে।

কিছুদিনৰ পিছত ললিতাই কৌশল কৰি দি পঠিওৱা টো পোলাৰ পৰা সৰি পৰা তিলৰ গছ গজি লহপহকৈ বাঢ়ি উঠিল। এই তিল গছবোৰৰ আঁত ধৰি নীলাচলত অৱস্থিত নীলমাধৱৰ স্থানৰ দিক নিৰ্ণয় কৰা সহজসাধ্য হৈ পৰিল। তাকে দেখি বিদ্যাপতিয়ে ইন্দ্ৰদ্যুম্ন ৰজাৰ ওচৰলৈ গৈ নীলমাধৱৰ অৱস্থানৰ বিষয়ে অৱগত কৰিবলৈ ঘৈণীয়েক ললিতাৰ ওচৰত ব্যক্ত কৰে। ললিতাই স্বামীৰ যোৱাৰ জা-জোগাৰ কৰে স্বামীৰ মনৰ কথা দেউতাকক জানিবলৈ দিয়ে। কথাশুনি দেউতাকে হৰ্ষ আৰু বিষাদ দুয়োটাই অনুভৱ কৰে। তথাপিতো তেওঁ মানা নকৰিলে। দীঘলীয়া যাত্ৰাৰ জা-জোগাৰ কৰাত তেওঁ জীয়েক-জোঁৱায়েকক সহায় কৰি দিয়ে আৰু যোৱাৰ পথত তেওঁ বিদ্যাপতিক কিছুদূৰ আগ বঢ়াই থৈ যায়।

কটকীমুখে বিদ্যাপতিৰ আগমণৰ আগলি বতৰা পাই তেওঁক সসম্মানে আগ বঢ়াই নিবলৈ ইন্দ্ৰদ্যুম্ন ৰজাই মানুহ পঠালে। বিদ্যাপতি আহি পোৱাত আদৰ যত্ন কৰি ৰজাই তেওঁক আসনত উপৱিষ্ট কৰায়। ৰজাৰ আৰু ৰাজ্যৰ কুশল মঙ্গল জিজ্ঞাসা কৰি ৰজাক শুভাশীষ জনাই বিদ্যাপতিয়ে আসন গ্ৰহণ কৰে। ৰজাই বিদ্যাপতিৰ শৰীৰত শঙ্খ আৰু পদ্মৰ চিহ্ন দেখা পাই তেওঁ যে নীলমাধৱৰ দৰ্শন লাভ কৰিছে সেইকথা বুজিব পাৰে। ৰজা আৰু সভাসদক প্ৰণাম জনাই বিদ্যাপতিয়ে নীলমাধৱৰ অৱস্থান আৰু ৰুহিনীকুণ্ডৰ মহাত্ম্যৰ বিষয়ে বৰ্ণনা কৰে। মন্ত্ৰমুগ্ধৰ দৰে সেই পূণ্যকথা সকলোৱে শ্ৰৱণ কৰে। এই সকলোবোৰ শুনাৰ পিছত নীলমাধৱৰ দৰ্শণাৰ্থে ৰজা বৰ ব্যাকুল হৈ পৰে। বিদ্যাপতিয়ে ৰজাক ধৈৰ্য ধৰি বিশ্ববসু শবৰৰ মুখে শুনা নীলমাধৱৰ আদোপান্ত ক'বলৈ ধৰিলে।

বিশ্ববসু শবৰে কৈছিল, 'মোৰ ককাৰ দ্বাৰা শৰবিদ্ধ হৈ শ্ৰীকৃষ্ণৰ মহাপ্ৰয়াণ ঘটিছিল। তাৰ আগতেই যাদৱ বংশৰ লোকসকল পৰস্পৰৰ মাজত যুঁজি প্ৰাণ বিসৰ্জন দিছিল। গতিকে শ্ৰীকৃষ্ণৰ শৱদেহ সংকাৰ কৰিবৰ বাবে পাণ্ডৱসকলে চন্দন কাঠৰ চিতা সাজি তাৰ ওপৰত শৱদেহ স্থাপন কৰি অগ্নিসংযোগ কৰে। সাত দিন সাত ৰাতি অগ্নি জ্বলাইও তেওঁলোকে শ্ৰীকৃষ্ণৰ পাৰ্থিৱ শৰীৰ পুৰি ছাই কৰিব নোৱাৰিলে। শেষত আন কোনো উপাই নেপাই তেওঁলোকে শ্ৰীকৃষ্ণৰ শৰীৰ সাগৰত বিসৰ্জন দিয়ে।

হৰিণাৰ মুখ বুলি ভাবি ভ্ৰমবশতঃ শ্ৰীকৃষ্ণৰ শৰীৰত শৰ নিক্ষেপ কৰি বিশ্ববসুৰ ককাকৰ বৰ অৰ্ন্তদ্বন্দ্ব হৈছিল। সেয়ে মনৰ দুখত তেওঁ শ্ৰীকৃষ্ণৰ শৱদেহৰ চুলি এডালও পুৰিব নোৱাৰাত শ্ৰীকৃষ্ণ যে পৰম ব্ৰহ্ম আছিল সেই বিশ্বাস তেওঁৰ দৃঢ় হৈছিল। সেয়ে শ্ৰীকৃষ্ণৰ চৰণত মনপ্ৰাণ সঁপি তেওঁ মৃত শৰীৰৰ পিছে পিছে ভ্ৰমি থাকিল।

প্ৰভুৱে তেওঁক নিজৰ একান্ত ভক্তৰূপে গ্ৰহণ কৰে আৰু তেওঁৰেই নাতিয়েক বিশ্ববসু শবৰৰ ওপৰত ভগৱানৰ অপৰিমেয় কৰুণা আৰু শুভাশীষ আছিল। সেয়ে দিনৰ পিছত দিন, মাহৰ পিছত মাহ আৰু বছৰৰ পিছত বছৰ ধৰি নীলমাধৱৰ দৰ্শন তথা সেৱা পূজা

কৰাৰ সৌভাগ্য কেৱল মাত্ৰ বসু শৱৰৰ ভাগ্যতহে ঘটিছিল।

ইন্দ্ৰদ্যুম্ন ৰজাই কাল বিলম্ব নকৰি বিদ্যাপতি আৰু কেইজনমান সভাসদক লৈ নীলমাধৱৰ দৰ্শনাৰ্থে যাত্ৰা আৰম্ভ কৰে। তিলগছৰ চিনে চিনে তেওঁলোক গৈ গৈ অৱশেষত নীল মাধৱৰ স্থানত উপস্থিত হয়। কিন্তু ই কি? তাত দেখোন প্ৰকাণ্ড বটবৃক্ষৰ বাহিৰে আন একোৱেই নাই। নীলমাধৱৰ তথা ৰুহিনীজলকুণ্ডৰ কোনো চিন চাব নেদেখি তেওঁলোক বৰ আচৰিত হয়। ৰজাই এয়া বিশ্ববসু শৱৰৰে চক্ৰান্ত বুলি ধৰি ল'লে। বিদ্যাপতিয়ে অৱশ্যে নীলমাধৱৰ মায়া বুলি ৰজাক বুজাবলৈ চেষ্টা কৰিছিল। পিছে একো ফল নধৰিলে। নীলমাধৱক লুকুৱাই থ'লেও যে ৰুহিনীজলকুণ্ডটো তাৰ পৰা ডাঙি নিব নোৱাৰে সেইকথা ৰজাই সহজতে বুজি পাব লাগিছিল। পিছে ৰজাই সেইবোৰ একোকে নেভাবি বিশ্ববসুক ধৰাই আনিবলৈ সৈন্য-সামন্ত প্ৰেৰণ কৰে। বিদ্যাপতিয়ে কিন্তু নীলমাধৱৰ মায়াৰ উমান ধৰিব পাৰিছিল যদিও ভয়তে ৰজাক একোকে নক'লে।

ৰজাৰ আদেশৰ বতৰা পাই বিশ্ববসু বৰ মৰ্মাহত হয়। ৰাজ ৰোষত পৰি মান-সম্ভ্ৰম নষ্ট হোৱাৰ ভয়ত বিশ্ববসুৰ অন্তৰ আত্মা কঁপি উঠে। সেয়ে তেওঁ আগন্তুক বিপৰ্যয়ৰ পৰা ৰক্ষা পাবৰ বাবে কাতৰ চিতে নীলমাধৱক প্ৰাৰ্থনা জনাবলৈ ধৰে।

কথাতে কয় যে —— ভগৱান ভক্তৰ অধীন। নীলমাধৱেও নিজৰ ভক্তৰ মৰ্যদা ৰক্ষা কৰিবলৈ সেইৰাতিয়েই ৰজা ইন্দ্ৰদ্যুম্নক স্বপ্নাদেৰ দিয়ে। নীলমাধৱৰ ক্ষেত্ৰত ৰজাই মন্দিৰ নিৰ্মাণ কৰিলে তেওঁ অৰ্থাৎ ভগৱানে নিজেই সময়ত প্ৰকাশ পাবহি বুলি ৰজাক জনায়।

বিশ্ববসু শৱৰ ৰজাৰ চিপাহীৰ দ্বাৰা লঘু-লাঞ্ছনা ভোগ কৰিব লগা নহ'ল। কিয়নো পিছদিনাই ৰজাই নিজৰ আদেশ তুমি লয়। ইয়াকে কয় ৰাখে হৰি মাৰে কোনে?

ইয়াৰ পাছত ৰজাই অতি ধূমধামেৰে মন্দিৰ নিৰ্মাণৰ কাম আৰম্ভ কৰে। সময়ত মন্দিৰৰ নিৰ্মাণ কাৰ্য সমাধা হয়। কিন্তু মন্দিৰত কি ৰূপত ভগৱানৰ বিগ্ৰহ প্ৰতিষ্ঠা কৰা হ'ব সেই চিন্তাই ৰজাক জুমুৰি দি ধৰিলে। ৰজাই একাগ্ৰচিত্তে দিনে-ৰাতিয়ে বিষ্ণুৰ আৰাধানা কৰিবলৈ লয়। ভগৱানে ৰজাৰ মনোকামনা পূৰ্ণ কৰে। তেওঁ পুনৰ স্বপ্নাদেশ লাভ কৰে যে ৰাজধানীৰ সমীপতে সাগৰৰ বুকুত নীলকণ্ঠ নীলমাধৱ দাৰু (বৃক্ষ) ৰূপে ভাহি আছে। অতি নিষ্ঠাবান লোকৰ দ্বাৰা সেইডাল গছ কঢ়িয়াই আনি তাৰে মূৰ্তি তৈয়াৰ কৰি মন্দিৰত স্থাপন কৰিব লাগে।

সাগৰত ভাহি থকা দাৰু ব্ৰহ্ম ৰূপী মাধৱেই হ'ল অগ্নিয়ে দগ্ধ কৰিব নোৱাৰা শ্ৰীকৃষ্ণৰ শৱদেহ। সেইকথা বিশ্ববসুৰ ককাকৰ বাহিৰে আন কোনেও জনা নাছিল।

ৰজাই স্নান, দান আদি পুণ্যকাৰ্য সমাধা কৰি ৰাজ্যৰ অতি নিষ্ঠাৱান লোক কেইজনক লগত লৈ দাৰুব্ৰহ্ম আনয়নৰ বাবে যাত্ৰা কৰে। ৰজাৰ সভাসদ আৰু প্ৰজাবৰ্গৰ বুজন সংখ্যকে এই পূণ্য কৰ্ম স্বচক্ষে চাই নয়ন জুৰাবলৈ ৰজাৰ লগতে সাগৰ তীৰলৈ ধাপলি মেলে। স্বপ্নাদেশ অনুযায়ী সকলোৱেই সাগৰত এজোপা দাৰু উপঙি থকা দেখিবলৈ পালে। তাকে ভগৱৎ জ্ঞান কৰি আটায়ে নতমস্তকে প্ৰণাম জনায়। ৰজাই মাঙ্গলিক বিধিৰে অহা নিষ্ঠাৱান





লোক কেইজনক সাগৰৰ পানীত ভাহি থকা গছডাল আনিবলৈ অনুৰোধ জনায়।

কিন্তু আচৰিত কথা যে সকলোৱে মিলিও গছজোপা সাগৰৰ পাৰলৈ আনিব নোৱাৰিলে। ৰজা বৰ বিবুধিত পৰিল। কি হ'ব এতিয়া? মাধৱক পায়ো দেখোঁ নোপোৱাৰ দৰে হৈছে। প্ৰভূ! কি জগৰ লগালোঁ বুলি ৰজাই ভাবিবলৈ ধৰিলে। অনেক পৰ চিন্তা-ভাৱনা কৰাৰ পিছত ৰজাৰ বিশ্ববসুলৈ মনত পৰে। "হয় তেন্তে বিশ্ববসু শৱৰকে অনাব লাগিব। সিয়েই মোৰ বিপদ ভঞ্জন বন্ধু হ'ব।" ৰজাই ভাবিলে। কিয়নো নীলমাধৱৰ দৰ্শন প্ৰাপ্ত বিশ্ব শৱৰতকৈ আন এজন নিষ্ঠাৱান লোক তেওঁৰ ৰাজ্যত নোলাব। ৰজাই বিশ্ববসু শৱৰক আনিবলৈ দোলাভাৰী পঠায়।

আমন্ত্ৰণ পোৱাৰ লগে লগে বিশ্ববসু শৱৰ আহি হাজিৰ হয়হি। ৰজাই পূৰ্বতে বিশ্ববসু সম্পৰ্কে ভুল ধাৰণা পোষণ কৰা বাবে অনুশোচনা কৰে আৰু দাৰুব্ৰহ্মাক সাগৰৰ পানীৰ মাজৰ পৰা পাৰলৈ তুলি আনিবৰ বাবে বিশ্বক অনুৰোধ জনায়। ভগৱন্তৰ চৰণত জীৱন সৰ্মপিত বিশ্ববসুয়ে মাধৱৰূপী দাৰুব্ৰহ্মাক স্পৰ্শ কৰাৰ আকাংক্ষাত পুলকিত হৈ পৰে আৰু দাৰুব্ৰহ্মাক বিষ্ণু জ্ঞানেৰে শতকোটি প্ৰণাম জনায় সাগৰৰ মাজলৈ সাঁতুৰি যায়। দাৰুব্ৰহ্মাৰ পাদদেশত তেওঁ নিজৰ শিৰ স্পৰ্শ কৰে আৰু তাৰ পিছত অনায়সে সাগৰৰ পাৰলৈ তুলি আনে। উপস্থিত সকলোৱে একেমুখে বিশ্ববসুক সাধুবাদ জনায়। ৰজা ইন্দ্ৰদ্যুম্ন বৰ প্ৰফুল্লিত হয় আৰু ৰাজ্যৰ ভিতৰতে আটাইতকৈ নিষ্ঠাৱান লোক হিচাপে বিশ্ববসুৰ নাম ঘোষণা কৰে।

এইজোপা দাৰুব্ৰহ্মাৰ (বৃক্ষৰ) পৰাই জগন্নাথ ধামত প্ৰতিষ্ঠিত বলভদ্ৰ, সুভদ্ৰা আৰু জগন্নাথৰ মুৰ্তি বুঢ়া মিস্ত্ৰিৰ বেশত আহি স্বয়ং বিশ্বকৰ্মাই নিজহাতেৰে নিৰ্মাণ কৰিছিল। নিৰ্মাণ কাৰ্য সম্পৰ্কীয় কাহিনীটো ইয়াত সন্নিৱিষ্ট কৰা নহ'ল।

এনেকৈয়ে ইন্দ্ৰদ্যুম্ন ৰজা আৰু বিশ্ববসু শৱৰৰ জৰিয়েতে লোক-কল্যাণৰ অৰ্থে স্বয়ং মহাপ্ৰভু জগন্নাথ ধৰাধামত অৱতীৰ্ণ হয়। বিশ্ববসু অমৰ হৈ ৰ'ল। কেৱল এয়ে নহয়। মন্দিৰত শ্ৰীশ্ৰীজগন্নাথৰ মুৰ্তি স্থাপন কৰাৰ পিছত ৰজাই স্বপ্নাদেশ পাইছিল যে বিশ্ববসু শৱৰ তেওঁৰ অতিকে প্ৰিয় ভক্ত। সেয়ে তেওঁৰ জীৱদশাত ত্ৰিমূৰ্তিৰ পূজা সেৱা তেৱেঁই কৰিব আৰু তেওঁৰ দেহাৱসানৰ পিছত তেওঁৰ পুত্ৰ পৌত্ৰাদি ক্ৰমে যুগে যুগে বসু শৱৰৰ বংশধৰসকলৰ দ্বাৰা পূজা পাই থাকিলেহে তেওঁ অৰ্থাৎ জগন্নাথ প্ৰভু সন্তুষ্ট হৈ থাকিব। সেয়ে আজিও জগন্নাথ ধামত বিশ্ববসু শৱৰৰ বংশধৰসকলে পাণ্ডা হিচাপে পূজা সেৱা আগ বঢ়াই আছে। কেৱল এয়ে নহয় জগন্নাথৰ নৱ কলেবৰৰ কাৰণে বৃক্ষ বিচাৰি যাওঁতে আদ্যপৰিমিত বিশ্ব বসু শৱৰৰ বংশধৰসকলৰ মাজৰ পৰা নিষ্ঠাৱান কেইজনমানক লোৱাৰ নিয়ম প্ৰচলিত হৈ আছে।

মহীয়সী ভাৰতবৰ্ষৰ শৱৰ কুলৰ গৌৰৱ বিশ্ব বসু শৱৰ শ্ৰীশ্ৰীজগন্নাথ বাবাৰ ভক্তসকলৰ বাবে এটি প্ৰাতঃস্মৰণীয় নাম হৈ ৰ'ল। চন্দ্ৰ সূৰ্য থাকে মানে, জগন্নাথ বাবা থাকে মানে তেওঁ অমৰ হৈ ৰ'ব।

# শহা আৰু মানুহ

চাঁওতালসকলে চিকাৰ কৰি বৰ ভাল পায়। বিশেষকৈ শহাপহু চিকাৰত তেওঁলোকে অতিকৈ আনন্দ উপভোগ কৰে।

অতি পুৰণি কালৰ কথা। সেই যুগত মানুহে পশু-পক্ষীৰ ভাষা বুজি পাইছিল আৰু মানুহৰ মাত কথাও পশু-পক্ষীয়ে বুজিছিল। তদুপৰি সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ গৰাকী ভগৱন্ত পুৰুষ ঠাকুৰৰ লগত জীৱ-জন্তু আৰু মানুহে সাক্ষাৎ কৰি নিজৰ নিজৰ সুখ-দুখৰ বিষয়ে আলাপ-আলোচনাও কৰিছিল।

সেই যুগত মানুহে বনৰ পশু পক্ষী, জীৱ-জন্তু আদি চিকাৰ কৰি নিজৰ উদৰ পূৰণ কৰিছিল। হাতী, বাঘ, ভালুক, হৰিণা পহু আদি নানান জন্তু মানুহে নিতৌ চিকাৰ কৰিছিল। কিন্তু সেই যুগত শহাপহুবোৰ আজিৰ তুলনাত শতগুণে ডাঙৰ আছিল। সেয়ে হাবিৰ আন জন্তুবোৰৰ লগতে মানুহেও শহা পহুক ভয় কৰিছিল। শহাই সিহঁতৰ দীঘল আৰু চোকা দাঁতৰ সহায়ত মানুহ মাৰি মাংস ভক্ষণ কৰিছিল। শহাৰ ভয়ত মানুহবোৰে ত্ৰাহি মধুসুদন সুঁৱৰিছিল। বিকটাকৃতিৰ দতাঁল শহাপহুৰ পৰা ৰক্ষা পাবলৈ মানুহে সন্ধ্যাৰ পূৰ্বেই পাহাৰ-পৰ্বতৰ গুহা অথবা গছৰ ধোন্দত সোমাই আশ্ৰয় লৈছিল।

ভীত-ত্ৰস্ত মানুহে শহা পহুৰ পৰা ৰক্ষা পোৱাৰ উপায় আলচিবলৈ এখন সভা পাতে। সভাত সুস্থ মানুহৰ লগতে শহা পহুৰ আক্ৰমণৰ ফলত ঘৃণীয়া হোৱা হাত-ভৰি, নাক-কাণ নোহোৱা লেঙুৰ-ভেঙুৰ সকলোৱে একত্ৰিত হৈছিল। আলোচনাৰ শেষত সকলোৱে স্বৰ্গলৈ গৈ ঠাকুৰ অৰ্থাৎ সৰ্বশক্তিমান ভগৱানক লগ ধৰি নিজৰ 'দুখ তকলিপ'ৰ অৰ্জি জনাবলৈ সিদ্ধান্ত লয়।

মানুহবোৰে স্বৰ্গধামলৈ গৈ শহা পহুৰ উপদ্ৰৱত ভোগা সকলো দুখ-দুৰ্দশাৰ বিষয়ে পাহ- পাহকৈ ঠাকুৰৰ শ্ৰীচৰণত নিৱেদিলে। মানুহৰ গোচৰৰ সঁচা-মিছা প্ৰমাণ কৰিবৰ বাবে শহা পহুৰ ৰজাক তেওঁৰ দৰবাৰত হাজীৰ হ'বলৈ চমন পঠালে।

শহাই মানুহ খোৱা কথাটো স্বীকাৰ নকৰি ঈশ্বৰৰ ওচৰত মিছা মাতে আৰু ওলোটাই মানুহেহে শহা পহুবোৰ বধ কৰি মাংস ভক্ষণ কৰে বুলি ঠাকুৰক গোচৰ দিয়ে। শহা পহুৰ কথাত কোনো সত্যতা নাই বুলি মানুহবোৰে ঈশ্বৰক জনায়।

উভয় পক্ষৰ শুনানীৰ পিছত ঈশ্বৰে ক'লে, "হেৰা শহা আৰু মানুহ! তোমালোকে উভয়ে উভয়ৰ ওপৰত গোচৰ তৰিছা আৰু কোনেও কাৰো কথা স্বীকাৰ কৰা নাই। তোমালোক এতিয়া ঘৰলৈ যোৱা আৰু মোৰ হুকুম মতে কাম কৰিবা। শহা পহুৰ ৰজাই আজিৰে পৰাই এজোপা 'কিটা' গছৰ ওপৰত নজৰ ৰাখিব। এবছৰৰ ভিতৰত যদিহে 'কিটা'





গছৰ পাত এখিলা মাটিত সৰি পৰে তেন্তে সেই পাত খিলা লৈ শহা পহুৱে মানুহৰ মাংস খাব পাৰিব আৰু মানুহে এজোপা 'কৰকট' গছৰ প্ৰতি নজৰ ৰাখিব। যদিহে এবছৰৰ ভিতৰত এই গছজোপাৰ পৰা কোনো পাত সৰে তেতিয়াহ'লে মানুহে শহা পহুৰ মাংস খাব পাৰিব। আজিৰ পৰা এবছৰৰ পিছত এই দিনটোতে তোমালোকে গছৰ সৰা পাত পালে তাকে লৈ মোৰ ওচৰলৈ আহিবা। মই তোমালোকৰ বিচাৰ কৰি দিমহঁক।'

সেই দিনৰ পৰাই মানুহ আৰু শহাই নিৰ্দিষ্ট কৰি দিয়া গছৰ গুৰিত পহৰা দিবলৈ ধৰিলে। সিহঁতে গোটেই বছৰ ধৰি পহৰা দিলেহে দিলে পিছে গছ দুজোপাৰ পৰা এখিলাও পাত সৰি নপৰিল। কিন্তু বছৰ সম্পূৰ্ণ হোৱাৰ আগদিনা অকস্মাতে 'কৰকট' গছৰ পৰা এখিলা পাত সৰি পৰিল। মানুহবোৰে বৰ ৰং মনেৰে গছৰ পাতখিলা তুলি লয় আৰু স্বৰ্গলৈ 'ৰাওনা' হয়। গছৰ পৰা আপোনা-আপুনি সৰি পৰা পাতখিলা লৈ ইতিমধ্যে মানুহবোৰ স্বৰ্গলৈ যাত্ৰা কৰাৰ বাতৰি পাই শহাবোৰ প্ৰমাদ গণিলে। আটাইবোৰ শহা একত্ৰিত হৈ পাতৰ আশাত 'কিটা' গছৰ ওপৰলৈ চাই চাই সময় কটাব ধৰিলে। কিন্তু সিহঁতৰ পৰম দুৰ্ভাগ্য যে বছৰৰ শেষ দিনলৈকে কীট গছৰ পৰা এখিলাও পাত সৰি নপৰিল।

এনে পৰিস্থিতিত কি কৰা যায় তাকে আলচ কৰিবলৈ শহাবোৰে অতি গোপনীয় ভাৱে সভা এখন বহুৱায়। সভাত দুজনমান ধূৰ্ত শহাই এটা বুদ্ধি পাঙিলে আৰু সেই মতে এটা শহা গছৰ ওপৰলৈ উঠি যায় আৰু পাত এখিলা দাঁতেৰে কামুৰি চিঙি দিয়ে। এইদৰে নিজে চিঙা পাত খিলা মাটিত পৰে আৰু তাকে লৈ সিহঁত স্বৰ্গলৈ গৈ ঠাকুৰক লগ ধৰি পাতখিলা তেওঁৰ চৰণত অৰ্পণ কৰে।

ভগৱানে মানুহ আৰু শহাপহুৱে দিয়া দুয়ো খিলা পাত অতি যত্ন সহকাৰে পৰীক্ষা কৰি চায়। শহা পহুৰ পাতখিলাত দাঁতেৰে চিঙাৰ চিন পৰিস্কাৰ ভাৱে পোৱা গ'ল। তাকে দেখি ভগৱানে শহা পহুক ক'লে, "হেৰা শহাৰ ৰজা। তোমালোকৰ আৰু মানুহৰ অনা দুয়োখিলা পাতেই মই পৰীক্ষা কৰি চালোঁ। তোমালোকৰ পাতখিলা গছৰ পৰা নিজে নিজে সৰি পৰা পাত নহয়। দাঁতেৰে কামুৰি চিঙাৰ চিন পাতৰ ঠাৱিত দেখা গৈছে। তোমালোকে স্বয়ং ভগৱানকে ঠগিবলৈ আহিছা দেখোন। ইমান সাহস ক'ৰ পৰা পালা? তাৰ মানে তোমালোক মোৰ আজ্ঞাবাহী নহয়। বৰং তোমালোকে মোক আৰু মোৰ শক্তিক অৱজ্ঞা কৰা। হয়নে নহয়?

শ্ৰীশ্ৰীঠাকুৰৰ ওচৰত জগৰ লগোৱাৰ অপৰাধ বোধত শহাবোৰ লাজতে মুচকচ গ'ল। সিহঁতে তলৰ মূৰ ওপৰলৈ তুলিব নোৱাৰিলে। মাত মতাৰ কথা দূৰৈতে থাকিল।

খন্তেক কৈ ঠাকুৰে পুনৰাই কয়, "মানুহে মিছা কথা কোৱা নাই। 'কৰকট' গছৰ পাতখিলা গছৰ পৰা নিজেই সৰি পৰিছে আৰু মোৰ নিৰ্দেশ অনুযায়ী সেইখিলা পাতকে তুলি আনি মোক দেখুৱাইছে। মানুহৰ মাজত সততা আছে আৰু ঈশ্বৰৰ প্ৰতি ভক্তিও আছে।"

তেওঁ আকৌ ক'লে যে মানুহৰ সততা আৰু শহা পহুৰ হঠকাৰিতাৰ বাবে মানুহৰ

পক্ষতহে মোৰ বিচাৰ অনুকুল হ'ব। সেয়ে আজিৰ পৰা শহা পহুৰে মানুহৰ মাংস খাব নোৱাৰিব। এই মুহূৰ্তৰ পৰাই সিহঁতৰ (শহাৰ) বিয়াগোম শৰীৰৰ আকৃতি সৰু হৈ যাওঁক। ঈশ্বৰৰ শ্ৰীমুখৰ পৰা ওলোৱা বাণীৰ লগে লগেই শহাবোৰ তেনেই সৰু হৈ পৰিল।

ঠাকুৰে শহাবোৰৰ ভৰিৰ তলুৱাত অকণমান কপাহ মেৰিয়াই দিয়ে। তাৰপিছত পুনৰ ক'বলৈ ধৰে যে আকৃতিত সৰু হোৱা বাবে আৰু ভৰিৰ আগত কপাহ মেৰিয়াই দিয়াত শহা নোহোৱাকৈ শহাবোৰে দৌৰ মাৰিব পাৰিব। তৎক্ষণাৎ হাবিৰ মাজত লুকাই থাকিবও পাৰিব। পিছে চিকাৰ কৰিব পাৰিলে মানুহে পেটুসহ শহা পহুৰ মাংস ভোজন কৰিব পাৰিব।

এইদৰে কৈ ঠাকুৰে সভা ভঙ্গ কৰে। সেই দিনাৰ পৰাহে মানুহে কুৰচুতিয়া শহাৰ পৰা পৰিত্ৰাণ লাভ কৰে। কেৱল এয়ে নহয় শহা পহুৰ কোমল আৰু সোৱাদ লগা মাংস 'হলি'ৰ[১] লগত জুতি লগাই খাব পৰাও হ'ল।

---

১ ইলি-মদ, হাঁড়ি য়া, লাওপানী





# চাওঁতালী কিম্বদন্তীত পৃথিৱীৰ জন্ম কাহিনী

আদি যুগত পৃথিৱীত গিৰি-গুহা, গছ-বিৰিখ, নৈ-নিজৰা, জীৱ-জন্তু অথবা মুনিহ-তিৰোতা একোৱেই নাছিল। সেই প্ৰাচীনতম্ যুগত বিধাতাৰ অনুপম সৃষ্টিৰ এই বিনন্দীয়া পৃথিৱীখনত কেৱল মাত্ৰ পানীহে আছিল। পাৰাপাৰহীন পানীৰে আগুৰা পৃথিৱীৰ ক'ৰবাত দিগন্ত বিয়পা নীল আকাশে চুমা-চুমি কৰিছিল, ক'ৰবাত বিশাল বিৰাট সাগৰৰ ঢৌবোৰৰ মাজত খেদাখেদি, ঠেলা-ঠেলি অথবা আলিঙ্গন চলিছিল আৰু আন ক'ৰবাত পৰ্বত প্ৰমাণ ঢৌৰ তৰ্জন-গৰ্জন চলিছিল।

পৃথিৱীৰ জলৰাশিৰ তৰ্জন-গৰ্জন আৰু তাণ্ডৱ-নৃত্য দেখি সৰ্বশক্তিমান ঠাকুৰ জীও অথবা ঠাকুৰ বাবাই প্ৰমাদ গণিলে। তেওঁৰেই সৃষ্টিৰ পৃথিৱীখনৰ এনে তাণ্ডৱ নৃত্য আৰু দানৱীয় ৰেহৰূপ দেখি ঠাকুৰ বাবা অতিকে চিন্তিত হৈ পৰিল। কি কৰা যায়? কি কৰিলেনো এই ধৰণীখন সুন্দৰ আৰু জাকত-জিলিকা হ'ব তাৰ চিন্তাত তেওঁ নিমগ্ন হ'ল।

অনেক চিন্তা-চৰ্চাৰ পিছত ঠাকুৰ বাবাই পানীত জীয়াই থাকিব পৰা জীৱৰ সৃষ্টি কৰিলে। সিবিলাকৰ ভিতৰত ঘঁৰিয়াল, কাছ আৰু কেকোঁৰা প্ৰধান আছিল। ইয়াৰ পিছত ঠাকুৰ বাবাই সাগৰ তলিৰ মাটি এচিকটা লৈ মানৱাকৃতিৰ দুটি প্ৰতিমূৰ্তি গঢ়িলে। কিন্তু প্ৰতিমূৰ্তি দুটাত প্ৰাণদান কৰাৰ প্ৰাক্ মুহূৰ্ততে অপ্ৰত্যাশিত ভাৱে সূৰ্যদেৱৰ পৰা এটি জলন্ত ঘোঁৰা আহি মাটিৰ মূৰ্তি দুটা প্ৰচণ্ড শক্তিৰে গুৰিয়াই ভাঙি চূৰ্ণ-বিচূৰ্ণ কৰে। এনেকৈয়ে সূৰ্য দেৱতাৰ ৰোষত পৰি ঠাকুৰ বাবে পৃথিৱীত মুনিহ-তিৰোতা সৃষ্টি কৰিব পৰা নাছিল।

ঠাকুৰ জীউৱে পুনৰাই চিন্তা কৰিবলৈ ধৰিলে। মানুহ সৃষ্টি কৰাৰ আগতে মাটি গছ-গছনি আৰু চৰাই স্ৰজন কৰিবলৈ পাঙিলে। মাটি আৰু গছ-গছনিৰ অবিহনে মানুহ আৰু চৰাই-চিৰিকতিবোৰ ক'ত থাকিবনো?

এইদৰে ভাবি-গুণি ঠাকুৰ জীউয়ে ঘঁৰিয়াল আৰু এটা বিৰাটাকাৰৰ শাল মাছক সাগৰ তলিৰ পৰা মাটি আনিবলৈ নিৰ্দেশ দিয়ে। এই জীৱবোৰে আনি দিয়া মাটিৰে ঠাকুৰ জীউৱে সাগৰৰ ওপৰিভাগত পৃথিৱী সৃষ্টিৰ কামত নিমগ্ন হ'ল। কিন্তু যিমানবাৰ ঠাকুৰে মাটিৰ স্থাপন কৰিলে সিমান বাৰেই সাগৰ-সদৃশ প্ৰকাণ্ড প্ৰকাণ্ড ঢৌ আহি মাটি অংশ উটুৱাই লৈ যায়। ঠাকুৰ সমস্যাৰ সাগৰত পৰিল।

বৰণ জগতৰ আন জীৱবিলাককো ঠাকুৰ জীউয়ে মাটি আনিবলৈ নিৰ্দেশ দিয়ে। এইবাৰ কোনোৱে ফলৱতী নোহোৱাত অৱশেষত ঠাকুৰে কেঁচু এটাক মাটি আনিবলৈ নিৰ্দেশ

দিয়ে। সেইমতে কেঁচুৱে সাগৰতলিত এসোপামান মাটি খাই সাগৰৰ ওপৰলৈ উঠি দি আহে। ঠাকুৰৰ পৰামৰ্শ মতে এটা বিশালাকৃতিৰ কাছৰ পিঠিত কেঁচুৱে অনা মাটিখিনি স্থাপন কৰা হয়। লাখ লাখ কাছ আৰু কেঁচুৰ পৰিশ্ৰমৰ ফলত আমাৰ ধুনীয়া ধৰণীখনৰ সৃষ্টি হয়। তাৰ পিছত ঠাকুৰে ওখ চাপৰ আৰু ডাল পাতাৰে ভৰা গছৰ সৃষ্টি কৰে আৰু সৰ্বশেষত কিছুমান ডাঙৰ ডাঙৰ ডেউকাৰ চৰাই সৃজন কৰে।

পৃথিৱী সৃষ্টি হোৱাৰ পিছত ঠাকুৰ বাবাই পক্ষীকুলক গছৰ ওপৰত বাঁহ সাজিবলৈ কয়। নিৰ্দেশ শিৰোধাৰ্য কৰি চৰাইবোৰ ওখ বৃক্ষৰ ওপৰত বাঁহ সাজে। কিছুদিনৰ পিছত উজ্জ্বল বৰণৰ দুটা কণী লৈ মাতৃ চৰাইজনী উমনিত বহে। এই কণীদুটাৰ পৰাই সময়ত মিচিকীয়া হাঁহি মুখৰ চালে চকু বোৱা এহাল সুন্দৰ ল'ৰা-ছোৱালীৰ জন্ম হয়। চৰাইৰ পোৱালি চৰাই নহৈ মানৱ হোৱা বাবে চৰাই হ'লে ভয়ত বিতত হৈ পাখি ধপধপাই উৰামাৰি ঠাকুৰ জীউৰ ওচৰ পালেগৈ।

সিহঁতে ক'লে-হে ঠাকুৰ! তুমি আমাৰ লগত আঁহা আৰু চোৱাঁহি কি অথন্তৰৰ সৃষ্টি হৈছে। চৰাইৰ পোৱালি চৰাই নহৈ মানৱ আকাৰৰ যমজ শিশু জন্ম হৈছে। ভয়ত আমাৰ প্ৰাণ যোৱাৰ উপক্ৰম হৈছে।

চৰাই হালৰ কথা শুনি মিচিকীয়া হাঁহি মাৰি ঠাকুৰে ক'লে-"হয়, মই সকলো জানো। মোৰ আঁচনি মতেই তোমালোকে ল'ৰা-ছোৱালীৰ জন্ম দিছা। সময়ত সিহঁত হ'লেই মুনিহ-তিৰোতা হ'ব আৰু তাহাঁতৰ পৰাই পৃথিৱীত মানৱ জাতিৰ সৃষ্টি হ'বগৈ।'

ল'ৰা-ছোৱালী হাল ক্ৰমে ডাঙৰ হৈ আহিল আৰু পিলচু হাৰাম আৰু পিলচু বুঢ়ী অৰ্থাৎ আদি মানৱ আৰু আদি নাৰী হিচাপে জনাজাত হৈ পৰিল। তেওঁলোকৰ লাজ সম্পৰ্কে কোনো জ্ঞান নাছিল আৰু লজ্জা নিবাৰণৰ বাবে কোনো কাপোৰ-কানিও নাছিল। বংশ-বৃদ্ধিৰ প্ৰতি সিহঁতৰ অজ্ঞতা দেখি ঠাকুৰ জীউ প্ৰথমতে বিবুধিত পৰিছিল। পিছত ঠাকুৰে ৰাগীয়াল পানীয় অৰ্থাৎ মদ তৈয়াৰ কৰি সিহঁতক খাবলৈ দিয়ে। তেতিয়াহে নাৰী পুৰুষৰ মিলনৰ আকাংক্ষা সিহঁতৰ মাজত জাগৃত হয়। সিহঁতে গছৰ বাকলি পিন্ধি নৰ-নাৰী হিচাপে বাস কৰিবলৈ ধৰিলে।

এই আদি মানৱ পিলচু হাৰাম আৰু পিলচু বুঢ়ীৰ সন্তানসকলেই কালত চাওঁতাল নামেৰে জনাজাত হৈ পৰিল।





# হৰ হনক ঃ বা মানৱ জাতি

পৃথিৱীৰ উৎপত্তি কিদৰে হ'ল আৰু পৃথিৱীৰ আদিতম মানৱ-দম্পত্তিৰ সৃষ্টি কেনেকৈনো হ'ল এই সম্পৰ্কে মানৱ কুলৰ সকলো জনগোষ্ঠীৰ লোকেই চিন্তা-চৰ্চা কৰি আহিছে। নৃতাত্বিক পণ্ডিতসকলৰ মতে ভাৰতবৰ্ষত বসবাস কৰা প্ৰাচীনতম জনগোষ্ঠীয়েই হ'ল মুণ্ডাসকল। অষ্টিক অথবা কোল বংশোদ্ভৱ মুণ্ডাসকল ভাৰতৰ বিভিন্ন প্ৰান্তত যুগ যুগ ধৰি বসবাস কৰি আহিছে। অন্যান্য জনগোষ্ঠীৰ দৰে মুণ্ডাসকলেও পৃথিৱীৰ জন্ম তথা আদি মানৱ যুগলৰ বিষয়ে চিন্তা-চৰ্চা কৰিছিল আৰু তাৰেই ফলশ্ৰুতি হিচাপে উপজা দুটি কল্প কাহিনীৰ অৱতাৰণা কৰা হ'ল ঃ

## ১

পৃথিৱী জন্মগ্ৰহণ কৰাৰ প্ৰাৰম্ভিক কালছোৱাত ইয়াৰ উপৰি ভাগ জলমগ্ন হৈ আছিল। সেয়ে গছ-গছনি গজিব পৰা নাছিল। জীৱকুলৰো সৃষ্টি হোৱা নাছিল। মাটিৰ অবৰ্তমানত তৰু-তৃণহীন পৃথিৱীখনত থৈ থৈ জলৰাশিৰ প্ৰকাণ্ড প্ৰকাণ্ড ঢৌ আৰু উৰ্মিমালাৰ বাহিৰে দৃশ্যমান আন একোৱেই নাছিল।

পৃথিৱীৰ সৃষ্টিকৰ্তা জগদীশ্বৰ চিংবংগাই পৃথিৱীখন সজাই-পৰাই তুলিবলৈ ইচ্ছা প্ৰকাশ কৰে। এই উদ্দেশ্যেৰে সৰ্বপ্ৰথমে তেওঁ জীৱৰ স্ৰজন কৰিবলৈ মন মেলে। প্ৰথমতে তেওঁ জলচৰ জীৱ যেনে কাছ বা কছুৱা, কেঁকোৰা বা কাৱাকম আৰু জোক বা লেনদাদৰ সৃষ্টি কৰে। পাৰাপাৰহীন পানীৰ মাজত বিচৰণ কৰি ফুৰা এই তিনিবিধ জীৱ দেখি সৃষ্টিকৰ্তাই বিমল আনন্দ উপভোগ কৰে। অধিক জীৱজন্তু সৃষ্টিৰ বাবে প্ৰয়োজন হৈ পৰা মাটিনো ক'ৰ পৰা অনা যায় সেইবিষয়ে ঈশ্বৰে চিন্তা-চৰ্চা কৰিবলৈ ধৰে। অনেক চিন্তা ভাৱনাৰ পিছত চিংবংগাই এটি উপায় বিচাৰি পায়। সেইমতে তেওঁ কাছ, কেঁকোৰা আৰু জোকক সাগৰ তলিৰ পৰা অকণমান মাটি তুলি আনিবলৈ নিৰ্দ্দেশ দিয়ে। শতচেষ্টা কৰিও কাছ আৰু কেঁকোৰাই মানি আনিব নোৱাৰিলে। কিন্তু সামান্য জোঁকটোৱে তাৰ আকোৰগোজ আৰু নেৰানেপেৰাৰ চেষ্টাৰ বলত সমুদ্ৰৰ অটল তলিৰ পৰা অনা মাটিখিনি সাগৰৰ ঢৌৱে বাৰে বাৰে উটুৱাই লৈ গৈছিল যদিও 'জেদি' জোঁকটোৱে পৰাজয় স্বীকাৰ নকৰিলে। অনেক চেষ্টাৰ পিছত সি এঢাকিমান মাটি আনি তাৰ প্ৰভু চিংবংগাৰ হাতত অৰ্পণ কৰেহি। এইকণ মাটিৰ সহায়তে শক্তিৰ অফুৰন্ত উৎস প্ৰভূ চিংবংগাই এই ধুনীয়া ধৰণী অৰ্থাৎ 'অটে দিচুম' খনৰ স্ৰজন কৰিলে। এই ধৰিত্ৰীৰ ওপৰতে ঈশ্বৰে নানা তৰহৰ গছ-বন আৰু মনোমুগ্ধকৰ লতা-গুল্মৰ জন্ম দিয়ে। গছ-গছনিয়ে পৃথিৱীৰ শোভা বঢ়াই ইয়াক বিনন্দীয়া কৰি তোলে।

সৃষ্টিৰ আনন্দত মতলীয়া হৈ চিংবংগাই এইবাৰ এহাল হোৰ অৰ্থাৎ ৰাজহাঁহৰ সৃষ্টি কৰে। ওখ গছৰ ডালৰ ওপৰত চৰাই হালে নিজৰ বাবে বাঁহ সাজে। কিছুদিনৰ পিছত মাইকী ৰাজহাঁহজনীয়ে এজোৰ কণী পাৰে। বহুদিন ধৰি উমনি দিয়াৰ পিছত তাইৰ কণী

ফুটি এহাল ল'ৰা-ছোৱালীৰ জন্ম হয়। এই শিশুদ্বয়কে মুণ্ডাসকলে 'হৰ হঙ্ক' অথবা মানৱৰ প্ৰথম সন্তানৰূপে অভিহিত কৰে।

পৃথিৱীৰ প্ৰথম মানৱ যুগলে সৃষ্টি তত্ত্বৰ প্ৰতি একোকে জনা নাছিল। সেয়ে চিংবংগাই নিজেই সিহঁতক ইলি অৰ্থাৎ মদ তৈয়াৰ কৰিবলৈ প্ৰয়োজন হোৱা গছৰ শিপা আৰু পাতবোৰৰ লগত পৰিচয় কৰাই দিয়ে। মদ তৈয়াৰ কৰা প্ৰণালীৰ বিষয়েও চিংবংগাই সিহঁত হালক সম্যক জ্ঞান দিয়ে। ইয়াৰ ফলত হৰ হঙ্কই চাউলৰ পৰা 'ইলি' তৈয়াৰ কৰি সেৱন কৰে। মদ্যপান কৰাৰ পিছতহে সিহঁতৰ অন্তৰত জাগতিক আশা-আকাংক্ষা জাগৰিত হয়। তেহে সিহঁত পতি-পত্নী হিচাপে বাস কৰিবলৈ লয় আৰু সৃষ্টি কৰ্মত লিপ্ত হয়।

পৃথিৱীৰ সৰ্বপ্ৰথম মানৱ-দম্পত্তিয়ে তিনিজন পুত্ৰ সন্তানৰ জন্ম দিয়ে। তেওঁলোকৰ নাম আছিল যথাক্ৰমে মুণ্ডা, নান্‌কা আৰু ৰ'ৰা। পিতৃ-মাতৃৰ বিয়োগৰ পিছত মুণ্ডা, নান্‌কা আৰু ৰ'ৰাই পৃথিৱীৰ ওপৰিভাগত থকা পাহাৰ-পৰ্বত আৰু সমতলভূমিত পৃথিৱীৰ শেষবিন্দু বিচাৰি উলিয়াব নোৱাৰিলে। যি কি নহওক এইদৰে অনাই-বনাই ঘূৰি ফুৰোঁতে সিহঁতে পৃথিৱীৰ বিভিন্ন চুক-কোণ আৱিষ্কাৰ কৰে আৰু অৱশেষত তিনিওজনে পৃথিৱীৰ তিনিকোণত বসতি-স্থাপন কৰে।

আমি বাসকৰা অটে দিচুম অৰ্থাৎ ধুনীয়া পৃথিৱীৰ আৰু মানৱ-জাতিৰ আদি পুৰুষ-নাৰী অৰ্থাৎ হৰ হঙ্কৰ সৃষ্টি সম্বন্ধে থকা এই জনবিশ্বাসটি মুণ্ডা জনজাতিৰ মাজত আজিও প্ৰচলিত হৈ আছে। মানৱ কুলৰ সৰ্বপ্ৰথম পুৰুষজনক মুণ্ডাসকলে টটা হাৰম (উলঙ্গ পুৰুষ) আৰু নাৰীগৰাকীক টটা বুঢ়ী (উলঙ্গ নাৰী) নামেৰে নামকৰণ কৰিছিল।

মুণ্ডাৰ এই জনবিশ্বাসৰ লগতে তেওঁলোকৰ আদি কালচোৱাৰ প্ৰব্ৰজন আৰু বংশবৃদ্ধি সম্পৰ্কেও লোক প্ৰৱাদ থকা দেখা যায়।

টটা হাৰামৰ জন্মভূমি আজমগড়ৰ পৰাই তেওঁৰ বংশধৰসকলে পৃথিৱীৰ মূৰ বা শেষ বিন্দু বিচাৰি যাত্ৰাৰম্ভ কৰিছিল। 'একাশি পিৰি আৰু তিৰাশি বেদিৰে' (৮১ টা পাহাৰ আৰু ৮৩টা সমতলভূমি) পৰিব্যপ্তিত ভূখণ্ডত তেওঁলোকে প্ৰথমতে অনাই-বনাই ঘূৰি ফুৰিছিল। এনেকৈ ঘূৰি ফুৰোঁতে তেওঁলোকে ক্ৰমান্বয়ে কালাঞ্জৰগড়, গড় চিতিৰ, গড় নাগাড়ৱাড়, গড় ধাড়ৱাড়, গড় পালি, গড় লখনাউৰ, গড় নন্দন, গড় ৰিজগড় আদিৰ পিছত অৱশেষত ৰুইদাস গড়ত বসতি স্থাপন কৰে। এনেকৈ বিভিন্ন গড় অথবা নগৰ স্থাপন কৰি মুণ্ডাসকলে ইতিহাসৰ অনেক কাল অতিবাহিত কৰে। কিন্তু ৰুইদাস গড়ত তেওঁলোকে নিৰ্বিঘ্নে কালাতিপাত কৰিব নোৱাৰিলে। কিয়নো ইয়াত থকা কালছোৱাতে খেৰৱাড় ফৈদৰ ৰজা মাধ' সিংৰ লগত তেওঁলোকৰ সংঘৰ্ষৰ সূত্ৰপাত হয়। সম্মুখ সমৰত মাধ সিং পৰাভূত হয়। কিন্তু ধূৰ্ত মাধ সিং-এ ইয়াৰ প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে এদিন অন্ধকাৰ ৰাতিৰ সুযোগ গ্ৰহণ কৰি ইলি সেৱন কৰি নাচ গানত মতলীয়া হৈ থকা মুণ্ডাসকলক আক্ৰমণ কৰে। এই অতৰ্কিত আক্ৰমণত মুণ্ডাসকল ছেদেলি-ভেদেলি হৈ যায়। তেওঁলোকৰ বহু বীৰ যোদ্ধা ৰণত পৰে। অৱশেষত উপায়হীন হৈ ল'ৰা-তিৰোতা সকলকো লগত লৈ মুণ্ডাসকল তাৰ পৰা পলায়ন কৰে। ৰণহুঙ্কাৰ দি মাধ' সিঙে, তেওঁলোকক শিশুপাল খেদা দিয়েই থাকিল। সেয়ে প্ৰাণ ৰক্ষাৰ্থে মুণ্ডাসকলে আন কোনো উপায় নেপায় দক্ষিণৰ ফালে পলায়ন কৰে।





এনেকৈ গৈ গৈ তেওঁলোকে বুৰমোঘাট অতিক্ৰম কৰি উমেদন্দা পায়। অটব্য অৰণ্যৰে ভৰপুৰ এই ঠাইডোখৰ তেওঁলোকে ঝাৰখণ্ড নামেৰে নামকৰণ কৰিছিল। মুণ্ডাভাষাত ঝাৰ শব্দৰ অৰ্থ হ'ল গছ-বন আৰু ঝাৰখণ্ড মানে হ'ল হাবিৰে ভৰা দেশ। উমেদন্দাতো তেওঁলোকে শান্তিৰে থাকিব নোৱাৰিলে। কিয়নো দীৰ্ঘশৰীৰ ধাৰী বক্ৰকেশী ওৰাওঁসকলে চিক্‌মিকিয়া তৰোৱালেৰে ওফৰা জেওঁৰ দৰে ক'ৰবাৰ পৰা আহি মুণ্ডাসকলৰ লগত থৈয়া-নথৈয়া ৰণ লাগে। দীৰ্ঘদিনীয়া দুৰ্বাদল যুদ্ধ লগাৰ পিছত উভয় জাতিয়েই ছোটনাগপুৰ মালভূমিকে নিজৰ বাসভূমি হিচাপে গ্ৰহণ কৰে। মুণ্ডাসকলে পিছ হুহকি গৈ ৰাঁচীত অৱস্থান কৰে আৰু সেই পুৰণি যুগৰ পৰাই ৰাঁচীতে ৰাজধানী পাতি মুণ্ডাসকলে প্ৰায় ১৭ শ বছৰ ধৰি ৰাজ্য শাসন কৰিছিল।

ঝাৰখণ্ড অথবা ছোটনাগপুৰত মুণ্ডাসকলে নিৰ্বিঘ্নে যুগ যুগ ধৰি বসবাস কৰিব পাৰিব, সেইকথা প্ৰথম প্ৰব্ৰজনৰ সময়তে জটাধাৰী মুণ্ডা মঙ্গলতিয়ে মঙ্গল চাই ঘোষণা কৰিছিল। কোনো নৰ-মনিষ নথকা পাণ্ডৱ বৰ্জিত এই ঠাইত উপস্থিত হৈ ৰক্ত মাংস লোলোপ হিংস্ৰ জীৱ-জন্তু, জয়াল প্ৰাকৃতিক পৰিবেশৰ মুখামুখি হৈ মুণ্ডাসকলে প্ৰথমতে প্ৰমাদ গণিছিল। সেয়ে পাহান (পূজাৰী) সকলে দপ্‌দপীয়া একুৰা পবিত্ৰ জুই জ্বলাইছিল। অগ্নি দেৱতাই খাণ্ডৱ দাহ কৰাদি এফালৰ পৰা ডাঠ হাবিবোৰ পুৰি গৈছিল। সাত দিন সাত ৰাতি যাবৎ জ্বলা জুইৰ পকা অঙঠাৰ ওপৰেদি সিহঁতে মন্ত্ৰপূত এটি কুকুৰা চৰাই মেলি দিছিল। কুকুৰাটি নিৰ্বিঘ্নে সাতদিন সাত ৰাতি জুইৰ ওপৰেদি পৰিভ্ৰমণ কৰা বিস্তীৰ্ণ ভূখণ্ডই তেওঁলোকৰ বসবাসৰ উপযুক্ত স্থান হ'ব বুলি মুণ্ডা পুৰুহিতসকলে ঠিৰাং কৰে। পুত্ৰ-পৌত্ৰাদিক্ৰমে ইয়াতে নিষ্কন্টক হৈ বাস কৰিব বুলি দিয়া সিদ্ধান্ত সঁচা প্ৰমাণিত হয়। কিয়নো ইতিহাসে ঢুকি নোপোৱা সেই তাহানি কালৰে পৰাই মুণ্ডাসকলে আজিও এই ছোটনাগপুৰৰ ভূমিখণ্ডত সুখে দুখে বসবাস কৰি আহিছে।

(২)

(মুণ্ডা জনজাতিৰ উৎপত্তি সম্পৰ্কে অন্য এটা প্ৰৱাদ প্ৰচলিত আছে। উক্ত প্ৰৱাদটি সম্যক ৰূপত বৰ্ণনা কৰা হ'ল)

দূৰ অতীতত মানৱ জাতি (হৰ হনক')এ সৃষ্টিকৰ্তা চিংবংগা ভগৱানক নমনা হৈ পৰিছিল। ভগৱানৰ প্ৰতি পিঠি দি ধৰ্ম-কৰ্ম পাহৰি মানুহ অধৰ্মত ৰত হৈছিল। পাপৰ ভাৰত পৃথিৱীখনেই কঁপি উঠিছিল। এনে পৰিস্থিতিত চিংবংগাই কৌৱা ভাণ্ডাৰী আৰু লিপি চুচাৰি (কাউৰী আৰু কুলি) চৰাইক নিজৰ দূত ৰূপে পৃথিৱীলৈ পঠাই মানুহক সতৰ্ক কৰাইছিল। কিন্তু অধাৰ্মিক মানুহবোৰে ঈশ্বৰৰ সৰ্তক বাণীলৈ কৰ্ণপাত নকৰিলে। তেওঁলোক অপকৰ্মত আগতকৈয়ো বেছিহে লিপ্ত হৈ পৰে।

ঈশ্বৰক উলংঘা কৰা আৰু পাপ-কৰ্মত মতি থকা মানুহৰ প্ৰতি চিংবংগাই শাস্তিমূলক ব্যৱস্থা হিচাপে মানুহক ধ্বংস কৰিবলৈ আকাশৰ পৰা জুই বৰষিবলৈ ধৰে। সাতদিন সাত ৰাতি জুইৰ বৰষুণ হোৱাত পৃথিৱীৰ পৰা মানুহ প্ৰায় একেবাৰেই নিছিন্ন হৈ পৰিছিল। কিন্তু চিংবংগাৰ এজনী সৰু ভনীয়েক আছিল। মানুহৰ প্ৰতি তাইৰ অন্তৰত অনুকম্পা জাগি উঠে। পৃথিৱীৰ পৰা যাতে মানুহ সমুলাঞ্চে নাইকীয়া হৈ নেযায় তাৰ বাবে ভনীয়েক চিংবংগা

মিচিয়ে হবক অৰ্থাৎ মানৱ জাতিৰ এজন পুৰুষ আৰু এজনী মহিলা এখন বিলৰ (জভি) মাজত লুকুৱাই ৰাখে। বাৰ মাইল দীঘল আৰু বাৰ মাইল বহল এই বিলৰ মাজলৈ সোমাই যাবৰ বাবে দহখন পিতনিৰে ভৰা দুৱাৰ আছিল। এনে পিতনিৰে ভৰা দুৱাৰেদি বিলৰ ভিতৰলৈ সোমাই যোৱা অতি কঠিন আছিল। গতিকে চিংবংগা মিচিয়ে দুজন মানুহ বিলৰ ভিতৰৰ গৰ্তৰ মাজত লুকুৱাই ৰাখিবলৈ সক্ষম হৈছিল। কিন্তু চিংবংগাৰ মনত সন্দেহ উপজিল। কিজানিবা ক'ৰবাত মানুহ নমৰাকৈ থাকি গ'ল এনে সন্দেহৰ বশৱৰ্তীহৈ চিংবংগাই পুনৰ তেওঁৰ কটকী কৌৱা ভাণ্ডাৰী আৰু লিপি চোচাৰি নামৰ চৰাই হালক মৰ্ত্যলৈ পঠায়। সমগ্ৰ পৃথিৱীৰ দশোদিশ চলাথ কৰি পৰ্যবেক্ষণ কৰিও কটকীদ্বয়ে ক'তো মানুহ বিচাৰি নেপালে। চিংবংগা মিচিৰ সাৱধানতাৰ বাবে বিলৰ ভিতৰত থকা মানুহ দুজন সিহঁতৰ দৃষ্টিগোচৰ নহ'ল। কিন্তু মহা ধূৰ্ত কাক পক্ষীয়ে মানুহ দুজনে ব্যৱহাৰ কৰি পেলাই দিয়া দুটা দনা (ইনা) অৰ্থাৎ পানীয় বস্তু খাবলৈ তৈয়াৰ কৰা পাতৰ কাপ সদৃশ পাত্ৰ বিলৰ মাজত পৰি থকা দেখিলে। সন্দেহবশতঃ তাৰে এটি দনা কাউৰীটোৱে তাৰ ঠোঁটত চেপি লৈ গ'ল আৰু চিবংগাক দনাটো দিয়েগৈ। সেইটো দেখিয়েই পৃথিৱীত যে মানুহ এতিয়াও জীয়াই আছে চিংবংগাই বুজিব পাৰিলে। খঙাল চিংবংগাই মানুহ নামধাৰী জীৱবিধৰ পুলিয়ে পোখাই নিঃশেষ কৰিবৰ বাবে হাতত অস্ত্ৰ ধাৰণ কৰি স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি আহে।

চিংবংগাই পোনে পোনে জভিলৈ যায় আৰু তাৰ গৱাকী নাগে ইৰা নামৰ দেৱীক সোধপোচ কৰে। নাগে ইৰাই অতি বিনিত ভাৱে চিংবংগাক জনালে যে পৃথিৱীত থকা সকলো মানুহ অগ্নি বৃষ্টিত মৰি শেষ হ'ল। মানুহৰ অৱশিষ্ট আৰু পৃথিৱীলৈ পাবলৈ নাই। মানুহ নাথাকিলে পাতৰ দনাটো কিদৰে জাভিলৈ আহিল বুলি প্ৰশ্ন কৰাত নাগে ইৰা বৰ শলঠেকত পৰে। তেতিয়া তেওঁ প্ৰকৃত সত্যকথা চিংবংগাক জনায় যে তেওঁৰ ভনীয়েক চিংবংগা মিচিয়ে দয়া পৰবশ হৈ এহাল মানুহ তেওঁৰ তত্ত্বাৱধানত থকা বিলৰ ভিতৰত লুকুৱাই ৰাখিছে আৰু সেই হাল নৰ-মনিষ এতিয়াও জীৱিত অৱস্থাত আছে।

এই বাতৰি পাই চিংবংগাৰ অতিপাত খং উঠে আৰু তৎক্ষণাত চিংবংগা মিচিক তেওঁৰ ওচৰত হাজিৰ হবলৈ নিৰ্দেশ দিয়ে। চিংবংগা মিচি অতি ভয়ে ভয়ে ককায়েকৰ ওচৰলৈ আহে। তাই ককায়েকৰ খঙাল স্বভাৱৰ মাজতো যে ক্ষমা আৰু পৰোপকাৰী ভাৱ এটা লুকাই থাকে সেই কথা ৰাৰুকৈয়ে জানিছিল। সেয়ে কৰুণাৰ সাগৰ চিংবংগাক এহাল মানুহৰ প্ৰাণ ৰক্ষাৰ বাবে তাই কৰযোৰে প্ৰাৰ্থনা জনায়। খঙাল চিংবংগা ভনীয়েকৰ প্ৰাৰ্থনাত পমি যায় আৰু দয়াকৰি মানুহ হালৰ প্ৰাণ দান দিয়ে।

চিংবংগা মিচিৰ কৃপা দৃষ্টিৰ ফলত জীয়াই থকা একমাত্ৰ মানৱ দম্পত্তি হালৰ নাম হ'ল লাটকুম হাৰম আৰু লাটকুম বুঢ়ীয়া। সম্পৰ্কত এওঁলোক ককায়েক ভনীয়েক আছিল। কিন্তু মানৱ কুলৰ বংশ বৃদ্ধিৰ তাগিদাত চিংবংগা মিচিয়ে সিহঁত হালৰ বিয়া পাতি দিয়ে। এওঁলোকৰ সতি-সন্ততিসকলেই মুণ্ডা জাতি হিচাপে জনাজাত হৈ পৰিল।

মুণ্ডা জাতিৰ সৃষ্টিৰ মূল এয়ে বুলি কিছুমান মুণ্ডা লোকে আজিও বিশ্বাস কৰে।





# লাটকুম হাৰম আৰু লাটকুম বুঢ়ীয়া

প্ৰৱাদমতে ইতিহাস প্ৰসিদ্ধ মুণ্ডা জাতিৰ লোকসকলেই হ'ল মহীয়সী ভাৰতবৰ্ষৰ প্ৰাচীনতম অধিবাসী। ইতিহাসৰ পম খেদি ফুৰা নৃত্বাত্বিক পণ্ডিতসকলেও এই লোক-প্ৰৱাদ নুই কৰা নাই। হিমালয়ৰ পৰা উত্তৰ ভাৰতৰ গঙ্গা সিন্ধু উপত্যকা আৰু দক্ষিণৰ নৰ্মদা নদীৰ তীৰবৰ্তী অঞ্চল তথা দক্ষিণ পূৱৰ ছোটনাগপুৰ মালভূমি পৰ্যন্ত এই বিস্তৃৰ্ণ অঞ্চলত মুণ্ডা জনজাতিৰ লোক ইতিহাসৰ কোনো নহয় কোনো সময়ত বসবাস কৰাৰ সুস্পষ্ট প্ৰমাণ বিদ্যমান। আনহে নেলাগে পৃথিৱীৰ প্ৰাচীনতম নগৰ সভ্যতাই বিকাশ লাভ কৰা সিন্ধু উপত্যকাৰ হৰপ্পা আৰু মহেঞ্জদাৰুৰ লগতো মুণ্ডা জাতিৰ অতি ওচৰ সম্পৰ্ক থকাৰ সম্ভৱনা দেখা যায়। কিন্তু অতি পৰিতাপৰ বিষয় যে লিখিত সমলৰ অভাৱত নিদাৰুণ নিয়তিৰ গৰ্ভত চিৰতৰে বিলীন হৈ গ'ল ভাৰতৰ ঐতিহ্যমণ্ডিত মুণ্ডাজাতিৰ শৌৰ্য-বীৰ্যৰ অতীত গৌৰৱ-গাঁথা।



এনে পৰিস্থিতিতে প্ৰাচীন জনশ্ৰুতিৰ কৰুণা উদ্ৰেককাৰী অতীত গৌৰৱৰ বেঙনিৰ বিষয়ে কবি শ্বিলাৰে বন্ধু বান্ধৱক উদ্দেশ্য কৰি গাইছিল-

"Friends, fairer times have seen
(Who can deny) than we ourselves have seen,
And an old race of more majestic worth
Were History silent on the past in sooth
A thousand stones could witness the truth
Which we disbury from the womb of Earth."

লাটকুম হাৰম আৰু লাটকুম বুঢ়ীয়াৰ জনপ্ৰৱাদটিয়ে পৃথিৱীৰ গৰ্ভৰ পৰা আঁজুৰি অনা এনে এক প্ৰাচীন ঐতিহাসিক তথ্যৰে চকামকা উদাহৰণ ডাঙি ধৰে।

কল্পকোটি বছৰৰ আগতে, মানৱ-সভ্যতাৰ পুৱতি-বেলা-পৃথিৱীখন যেতিয়া তেনেই পানী কেঁচুৱা আছিল তেনে এক সময়তে সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ গৰাকী মহাপ্ৰভু চিংবংগাই তেওঁৰ স্বৰ্গত থকা সোণৰ সিংহাসনত উপবিষ্ট হৈ নিজৰ বন্ধু-বান্ধৱৰ লগত সদালাপত সকলোৰে মগ্ন হৈ থকা সময়তে চিংবংগাই পৃথিৱীৰ পৰা কুণ্ডলী পকাই আকাশলৈ উঠি অহা পাহাৰ সদৃশ ধোঁৱাবোৰ দেখিবলৈ পায়। পৃথিৱীত জ্বলা ভয়ানক জুইৰ লেলিহান শিখাই আকাশ ছানি ধৰিছিল আৰু তাৰ উত্তাপৰ প্ৰকোপত স্বৰ্গধাম তাপিত হৈ পৰিছিল। শত-সহস্ৰ চিমনীৰ ধোঁৱা ক'ৰ পৰা আহিল গুণা গঁথা কৰি থাকোঁতেই হ'ব হৰুই অৰ্থাৎ মানৱ কুলে এনে অসহনীয় জুইৰ উত্তাপৰ পৰা ৰক্ষা কৰিবলৈ চিবংগাৰ শ্ৰীচৰণত নিবেদন জনালে যে পৃথিৱীত অসুৰসকলে লোৰ, কাৰখানা পাতিছে আৰু তেওঁলোকৰ হাজাৰ-বিজাৰ চিমনীৰ পৰাই আকাশ ঢাকি ধৰা ধোঁৱা আৰু পৃথিৱীখনকে পুৰি ছাৰখাৰ কৰিব পৰা উত্তাপৰ সৃষ্টি হৈছে। সিহঁতৰ ভাটীৰ পৰা ওলোৱা জুইৰ উত্তাপে পৃথিৱীৰ নৈ-নিজৰা, খাল-বিল শুকুৱাই পেলাইছোঁ। শাক-পাচলি আদি খাদ্য-সম্ভাৰ পুৰি ছাই হ'ব ধৰিছে। ভোক আৰু পিয়াহত আমাৰ প্ৰাণ যোৱাৰ উপক্ৰম হৈছে। উত্তপ্ত আকাশত চৰাই-চিৰিকতিয়ে উশাহ ল'ব পৰা নাই আৰু মাটিৰ তলত বাস কৰা কেঁচু-কুমটিও পৃথিৱীৰ তাপত প্ৰাণ হেৰুৱাব লগাত পৰিছে। পৃথিৱীৰ সমস্ত খাদ্য আৰু পানীয় নিঃশেষ হ'ব ধৰিছে। গতিকে শীঘ্ৰেই প্ৰতিবিধান কৰিবৰ বাবে সিহঁতে চিংবংগাক কাতৰ-চিত্তে প্ৰাৰ্থনা জনালে।

এই খবৰ শুনি চিংবংগা খঙত অগ্নিশৰ্মা হয় আৰু ঢাল-তৰোৱালেৰে সজ্জিত হৈ গৰজি গৰজি ক'বলৈ ধৰিলে, "মোৰ শক্তিৰ লগত ফেৰমৰা এই অসুৰসকলক মই বধ কৰি সিহঁতৰ মাংস টুকুৰা-টুকুৰ কৰি কাউৰী শগুনক খুৱাম।" এইকথা শুনি প্ৰভুৰ অৰ্ধাঙ্গিনীয়ে প্ৰতিবাদ জনাই ক'লে, "অকলে পাৰিবা জানো? মোৰ বোধেৰে দুষ্ট আৰু মহা বলধৰ অসুৰ কুলৰ নিধনৰ বাবে অকলে যোৱাটো বুদ্ধিমানৰ কাম নহ'ব। সেয়ে কাৰিকৰী যন্ত্ৰী আৰু কৌশলী লোকক নিয়োগ কৰা ভাল হ'ব।" চিংবংগাই পাৰিবাৰৰ পৰামৰ্শ গ্ৰহণ কৰে আৰু সেইমতে ব্যৱস্থাও লয়। উৎসাহী চৰাই দিংচোৱা বা ধেচুৱা আৰু সদা সতৰ্ক কেৰ্কেটুৱাক দূত হিচাপে নিয়োগ কৰি চিংবংগাই অসুৰৰ দেশলৈ পঠিয়াই দিয়ে।

নিৰ্দেশ পোৱা মাত্ৰে দিংচোৱা পক্ষী আৰু কেৰ্কেটুৱা উভয়েই মৰ্ত্যৰ অসুৰকৃত আগ্নেয়গিৰিৰ ফালে পৱনৰ গতিৰে আহিব ধৰে। শীঘ্ৰেই সিহঁত দুয়ো আহি অসুৰসকলক লগ ধৰে আৰু চিংবংগাৰ নিৰ্দেশ মতে জনাই যে অসুবসকলে দিনৰ দিনটো ভাটী জ্বলাই লোহা গলোৱা কাম কৰিলে ৰাতিৰ প্ৰহৰ কেইটাত ভাটীৰ জুই নুমাই ৰাখিব লাগিব আৰু ৰাতি ভাটী জ্বলালে দিনৰ ভাগত জুই নুমুৱাব লাগিব। চিংবংগাৰ দূতৰ কথা শুনি অসুৰবোৰে অট্টাহাস্য কৰি ক'লে, "তোমালোকৰ চিংবংগাক আমি নামানো। তেওঁৰ প্ৰতি আমাৰ কোনো





আনুগত্য নাই। তুৰন্তে তহঁত ইয়াৰ পৰা আঁতৰি যা।" সেইবুলি সিহঁতে গপত উফন্দি পুনৰ অট্টহাস্য কৰি দিংচোৱা চৰাইৰ গালৈ কয়লাৰ গুৰি ছটিয়াই দিয়ে আৰু কেৰ্কেটুৱাৰ গালৈ লোৰ গুৰি ছটিয়াই দিয়ে। লগে লগে ফেঁচু চৰাইৰ গাৰ বৰণ কিচকিচিয়া ক'লা আৰু কেৰ্কেটুৱাৰ বৰণ ক'লা-কজলা হৈ পৰে।

লাজ আৰু অপমানত ম্ৰিয়মান হৈ দূতদ্বয় পুনৰ চিংবংগাৰ সভাত উপস্থিত হয়। সিহঁতে চিংবংগাক সেৱা জনাই কয়, "প্ৰভু এয়া কি হৈ গ'ল। আমাক অসুৰহঁতে কেৱল যে অপমান কৰিলে এনে নহয়। আপোনাৰ আদেশৰ অমান্য কৰিলে আৰু আপোনাৰ প্ৰতি সিহঁতৰ (অসুৰৰ) কোনো আনুগত্য নাই বুলি ক'লে। তদুপৰি সিহঁতে আমাৰ গাৰ ৰঙ সলনি কৰি দিয়ে। এতিয়া আমাৰ জ্ঞাতি-কুটুমে আমাক এঘৰীয়া কৰিব। প্ৰভু আমি কেনেকৈ জীয়াই থাকিম?'

চিংবংগাই সিহঁতক প্ৰবোধ দি ক'লে, "তোমালোক অকণো চিন্তা নকৰিবা। তোমালোক নিজৰ নিজৰ বাসস্থানলৈ উভতি যোৱা। এই মুহূৰ্তৰ পৰাই সকলো ফেঁচু চৰাইৰ গাৰ ৰং কেৰাহীৰ তলিৰ দৰে ক'লা হৈ পৰিব আৰু কেৰ্কেটুৱাৰ সকলো জ্ঞাতি-কুটুমৰ গাৰ নোম ধোঁৱা-বৰণীয়া হৈ পৰিব।' তেতিয়াৰ পৰাহে ফেঁচু চৰাই ক'লা আৰু কেৰ্কেটুৱা ধোঁৱা বৰণীয়া হয়।

চিংবংগাই এইবাৰ সোণালী শগুন (সোনাদিদি) আৰু ৰূপালী শগুনক (ৰূপা দিদি) এই কাৰ্যৰ বাবে বাচনি কৰিলে। আকাশৰ বুকুত উৰা মাৰি সোনাদিদি আৰু ৰূপাদিদি অতি কম সময়ৰ ভিতৰতে অসুৰৰ দেশত আহি উপস্থিত হৈ চিংবংগাৰ নিৰ্দেশ অসুৰসকলক জনায়হি। দুষ্ট অসুৰসকলে ভাটীৰ জুইৰ জ্বলন্ত হাতুৰি আৰু চেপেনাৰ শগুণদ্বয়ক কোবাই খেদি পঠাই দিয়ে।

সোনাদিদি-ৰূপাদিদি কৃতকাৰ্য নোহোৱাত চিংবংগাই বহুত ভাৱি-গুণি লিপি (এবিধ চৰাই) আৰু কৌৱাৰ (কাউৰী) ওপৰত মানৱ কুলৰ ৰক্ষাৰ গুৰু দায়িত্ব অৰ্পণ কৰে। পাখি মেলি উৰি গৈ সিহঁত অসুৰৰ ৰাজ্য পায়। কিন্তু দুৰ্ভগীয়া পক্ষীদ্বয়ে অসুৰৰ হাতত লাঞ্ছনা ভোগ কৰিব লগাত পৰে। অসুৰে কৌৱাৰ গাত কয়লাৰ গুৰি আৰু লিপিৰ গাত লোৰ গুৰি ছটিয়ায় কাউৰীক ক'লা আৰু লিপিক ধোঁৱা বৰণীয়া কৰি পঠায়।

এইবাৰ চিংবংগাই লেং আৰু বাচো নামৰ পক্ষীদ্বয়ক অসুৰৰ ওচৰলৈ পঠায়। সিংবংগাৰ দূত লেঙ নামৰ চৰাইক দুষ্ট অসুৰবিলাকে হালধীয়া পানী সৰ্বশৰীৰত ঢালি দিয়ে আৰু বাচো চৰাইৰ নেজডালত আসুৰিক শক্তিৰে টান মাৰি দিয়ে। ইয়াৰ ফলত সেইদিনাৰ পৰাই সৰু লেঙ চৰাইটো সম্পূৰ্ণ হালধীয়া হৈ পৰে আৰু বাচো চৰাইৰ নেজৰ পাখি চৰাইৰ গা চোৱাৰ আকৃতিতকৈ বহু গুণে দীঘল হৈ পৰে।

সৰ্বশেষত চিংবংগাই স্বৰ্গৰ সিংহাসনৰ পৰা নামি আহে একাযি পিৰি তিবাযি বাদী অৰ্থাৎ একাযিটা পাহাৰ তিবাযিটা সমতল ভূমি থকা দেশখনলৈ আহে য'ত অসুৰবিলাকে ভাটীৰ জুইৰে ধ্বংস যজ্ঞ আৰম্ভ কৰিছিল। পৃথিৱীৰ পৰিত্ৰাণাৰ্থে ঈশ্বৰে ধৰাধামত মানুহৰ বেশত অৱতৰণ কৰে। প্ৰথমতে তেওঁ খেতি পথাৰত কাম কৰি থকা এজন খেতিয়কক লগ ধৰে। খেতিৰ কামত সহায় কৰি দিবৰ বাবে ঈশ্বৰে খেতিয়ক জনৰ খুৰপিটো বিচাৰে। কিন্তু এজন ভদ্ৰলোকক খেতি পথাৰত কাম কৰাবলৈ খেতিয়ক জনৰ সৎ নগ'ল। সেয়ে ভগৱানক তেওঁ খুৰপি দিবলৈ মান্তি নহ'ল। ঈশ্বৰে তেতিয়া নিজৰ সুন্দৰ সুঠাম চেহেৰাটো খেতিয়কজনক দিয়ে আৰু খেতিয়কৰ খহুৱা আপচু চেহেৰাটো নিজে লৈ এটি ল'ৰাৰ আকৃতি ধাৰণ কৰি অসুৰৰ অনুসন্ধানত যাত্ৰা আৰম্ভ কৰে।

অসুৰৰ বাসস্থানত উপস্থিত হৈ ট'ৰ কৰা অৰ্থাৎ খহুৱা ল'ৰাটোৱে চাকৰৰ কাম বিচাৰি ঘৰে ঘৰে ঘূৰি ফুৰিবলৈ ধৰিলে। মাত্ৰ ভাত-কাপোৰৰ বিনিময়তে খেতিৰ পথাৰত ৰখীয়াৰ কাম কৰিব বুলি কোৱাতো তেওঁৰ গাত থকা ঘৃণনীয় খহুৰ বাবে কোনো এজন অসুৰে তেওঁক চাকৰ হিচাপে মকৰল নকৰিলে। ইখন-সিখনকৈ কেইবাখন গাঁও ঘূৰিও ঈশ্বৰে ৰখীয়াৰ কাম বিচাৰি নেপালে। এনেতে কেইজনমান সদাশয় লোকে গাঁওখনৰ সিমূৰত থকা তেনেই হাড়ে ছালে লগা নিঃকিন মুণ্ডা-দম্পতি লাটকুম হাৰম আৰু লাটকুম বুঢ়ীয়াৰ ভগা পজালৈ যাবৰ বাবে পৰামৰ্শ দিয়ে।

লাটকুম দম্পতিৰ চোতালত ঠিয় হৈ চিংবংগাই মাত লগালে।

'ককাদেউতা! অ' ককাদেউতা! আইতা! অ' আইতা! মই ট'ৰ কৰা অৰ্থাৎ খহুৰে ভৰা ল'ৰা এটা আহিছোঁ। আপোনালোকৰ ঘৰত অকণমান আশ্ৰয় পোৱাৰ আশাৰে। মোক চাকৰ হিচাপে এফেৰি স্থান দিলে পৰম উপকৃত হ'ম। মই তোমালোকৰ খেতি পথাৰত কাম কৰিম আৰু খেতিৰ ৰখীয়া হৈও থাকিম।'

বৃদ্ধ-দম্পতিয়ে বেমাৰী ল'ৰাটোৰ প্ৰতি দয়া পৰৱশ হৈ আশ্ৰয় দিয়ে। সাংঘাতিক খহুৱা ল'ৰাৰ বেশত স্বয়ং পৰমেশ্বৰ শ্ৰীশ্ৰীচিংবংগাই দুখীয়া-নিচলা লাটকুমহঁতৰ ঘৰত থাকিবলৈ ধৰিলে। খেতিৰ বতৰ নোহোৱা বাবে শুকাবলৈ চোতালত মেলি দিয়া ধানখিনি ট'ৰ কৰাই অতি নিষ্ঠাসহকাৰে মুৰগী আৰু আন আন চৰাইৰ পৰা ৰক্ষা কৰা দেখি বৃদ্ধ- বৃদ্ধাই তাক বৰ ভাল পাইছিল। কিছুদিন অতিবাহিত হৈ যোৱাৰ পিছত ইটো-সিটো লাচনি-পাচনি কামত পাৰ্যমানে সহায় কৰা বাবে বুঢ়া-বুঢ়ীহাল ল'ৰাটোৰ প্ৰতি বৰ সদয় হৈ পৰিছিল তাৰে সুবিধা লৈ ল'ৰাটোৱে এদিন বুঢ়ীক ক'লে, "অ' আইতা! মই বেমাৰত ভূগি সুদা ভাত খাবলৈ মন নোযোৱা হৈ পৰিছে।" সেয়ে কেইটামান কণী আনি দিবলৈ সি বৰকৈ আবদাৰ ধৰিলে।

ল'ৰাটোৰ ফৰমাচ মতে বুঢ়ীয়ে কেইটামান কণী আনে আৰু চাউলৰ পিঠাও ভাজি





দিয়ে। এইখিনিকে লৈ বুঢ়া-বুঢ়ী বস্তিত উপস্থিত হয়। বাৰজন অসুৰ (লোহাসুৰ) আৰু তেৰজন দেৱতা পুত্ৰৰ লগত সি "গুলি আৰু কাতি' (গুলি আৰু অস্ত্ৰ) প্ৰতিযোগিতা খেলিবলৈ সিহঁতক আহ্বান জনায়। নিশকটীয়া বেমাৰী কেলেপু এটাই দক্ষ অসুৰ আৰু দেৱতা প্ৰতিযোগীৰ লগত 'মোকাবিলা' কৰিবলৈ দম্ভালি মৰাত হাঁহিত সিহঁতৰ তৰ্ধনী হেৰাল। খহুৱা ল'ৰাৰ আজি মৰণকাল উপস্থিত হ'ল সেই ভাবি সিহঁতে নিজৰে তপিনাত চপৰিয়াই হাঁহি হাঁহি তাৰ লগত খেলিবলৈ ধেনু আৰু লোহাৰ গুলি-দান্দা লৈ আহেগৈ।

সিহঁতৰ ধেমালিৰ প্ৰতিযোগিতা ক্ৰমান্বয়ে তয়াময়া যুঁজলৈ ৰূপান্তৰিত হয়। তেইশটা ল'ৰাই একেলগে ট'ৰ কৰালৈ গুলি আৰু অস্ত্ৰ নিক্ষেপ কৰিবলৈ ধৰে। অকল শৰীয়া খহুৱাটোৱে কণী আৰু পিঠাৰ অস্ত্ৰ সিহঁতলৈ নিক্ষেপ কৰে। কণী আৰু পিঠাৰ প্ৰহাৰত ল'ৰাবোৰৰ অৱস্থা কাহিল হৈ বৰ কম সময়ৰ ভিতৰতে প্ৰতিযোগিতাৰ পৰা সিহঁত পৃষ্ঠভঙ্গ দিবলৈ বাধ্য হয়। সিহঁতৰ দৰ্প-চূৰ্ণ হয়।

দেৱা-সুৰৰ লগত ট'ৰ কৰা ৰূপী চিংবংগাৰ এই তয়াময়া যুঁজখনৰ বিষয়ে মুণ্ডাসকলে দূৰাং গীতৰ মাজেৰে গাই প্ৰচুৰ আনন্দ উপভোগ কৰে। দূৰাং গীত টিৰ উদ্ধৃতি দিয়া হ'ল।

মাৰে হন্‌ক ঃ গুলি ইনাংতানা দ
মাৰে হন্‌ক ঃ কাতি ইনাংতানা দ
ট'ৰ কৰা গুলি কেদেই
বৰ ভাই হচৰকৱা মেৰেদ গুলি ৰাপুদ জানা
কাচৰে কৰা কাতি কেদেই,
তেৰভাই দেউতাকৱা মেৰেদ কাতি ৰাপুদ জানা
আৰি হালে টৰঃ কৰা
আৰি হালে কাচৰা কৰা
আমা জিয়াং কিং
আমা তাতাং কিং
বুৰু বিচাতানাং কিং
টনদাং কইলা টানকিং
বাবাকিং টাচিটেকেদমিয়া কিং
সিমকো জমচাবা বিকাকেদ কৰাম।'
হেলা-আ টাটাং কিং!
হেলা-অ' টাটাংকিং!
বুচু বিচা জানাবেন
টৰ' কৰা দো, কাচৰা কৰা দো

মদ পাতি বাবা দো
বৰ পাতি বাবা দো
টচিটোকেয়াবেন।
টৰ' কৰা দো কাচৰা কৰা দো
নেকাচিপিৰিবে তেশাৰী বাদীবে
আলেলগে গুলি ইনাংজানা দো
চিমকো চুকুৰিকো জম চাবাকেদ
নাকে দৈয়া টাটাংকিং
চিনাপে ললা?
চিনাপে বাচানা?
হেলা-অ' টৰ' কৰা
হেলা-অ' কাচৰা কৰা
মদ পাতি বাবা দো
বৰ পাতি বাবা দো।
চিমকো চুকুৰিকো জমচাবাৰিকাকেদকম।
চিনাবু ললৰা চিনাবু বাচানা?
কা-আ জিজাং কিং!
কা আ টাটাং কিং
কা এয়েং জমৰিকালেডকৰা
চেহেলবে ইং ৰোৰোংগা কাদা
চেহলবে মেনা
এনাবু মানদিয়া
এনাবু বাচানা।
(ভাৱাৰ্থ ৰাখি গীতটিৰ অসমীয়া ভাঙনি আগ বঢ়োৱা হ'ল।)
চোৰা সিহঁতে খেলিছে, ফাউফাউকে মাৰিছে গুলি
বাদ্যৰ দৰেই অস্ত্ৰবোৰৰ বাজনা বাজিছে
হে হৰি! খহুৱা ল'ৰাটোৰেও
মাৰিছে তাৰ ব্ৰহ্মাস্ত্ৰ (কণীৰ গুলি আৰু পিঠাৰ অস্ত্ৰ)
আৰু (সিহঁতে) লক্ষ্যস্থিৰ কৰি মৰা লোহাৰ গুলিবোৰ
সকলো চূৰ্ণ-বিচূৰ্ণ হ'ল।
বৰ্শা আদি অসুৰ অস্ত্ৰৰ দুৰ্নিবাৰ গতি
সমগ্ৰ শক্তি আৰু কৌশলেৰে মৰা





দেৱতা ভাতৃহঁতৰ লোৰ অস্ত্ৰ-শস্ত্ৰবোৰ
দুখ লাগে, সকলো ভাঙি ডোখৰ-ডোখৰ হৈ পৰিল।
মই হৰুৱাইছোঁ, অসুৰবোৰ ৰক্তাক্ত হৈ পৰিছে
আঘাত আৰু ৰোষাগ্নিত সিহঁত কম্পমান
দহিছে সিহঁতৰ হৃদয় বিপৰ্যয়ত
খঙতে দেৱতাৰ ল'ৰাবোৰো উতলিছে
কোব খোৱা ল'ৰাবোৰ
দেৱতা অসুৰ উভয়ে ভাৱিলে কথা বৰ বাৰু হ'ল
সেয়ে সম্বোধিলে
ৰ'বা হে ৰ'বা, হে খহুৱা ছালৰ ল'ৰা
খন্তেকৰ পিছতে তোমাক আমি সমুচিত শিক্ষা দিম।
মাৰত তোমাৰ ছাল তেতিয়া
হ'ব সোতোৰা সোতোৰ।
তোমাৰ আইতা আৰু ককা
তোমাৰ অতিকে বাধ্য
যি সকলে তোমাক সকলো বস্তুৰে গৰাকীত্ব দিছে
সেউজীয়া পাহাৰবোৰ লোৰ আঁকৰবোৰ জিনিবলে
অথবা গছবোৰ অগ্নিদগ্ধ কৰি বলে
সিহঁতে তোমাক দিছে অধিকাৰ।
পিছে-
সিহঁতে যে ধান মেলিছে ৰ'দত শুকাবলে
ঘৰচীয়া চৰাইবোৰে (কুকুৰা) কৰিলে ভোজন
(শীঘ্ৰেই ওচৰ চাপি অহা লাটকুমহতে শুনিলে
অসুৰ আৰু দেৱতাৰ উদন্ত ল'ৰাবোৰক দেখি লুকাই পৰিল বৃদ্ধ দম্পত্তি।
তথাপিতো জিকা বুলি হৰ্ষোল্লাসেৰে
সম্বোধিলে সিহঁতে লাটকুমহঁতক এইদৰে
শুনা হেৰা ককা, হেৰা আইতা আমাৰ মৰমৰ,
তোমাৰ ল'ৰাৰ গুণাগুণ শুনা আমাৰ পৰা।
গছে বনে ভৰা হাবি আৰু লোৰ আঁকৰৰ আঁতৰত
ঘৰখন সংৰক্ষিত বুলি ঘূৰি ফুৰিছিলা;
এঢাৰি নে দুঢাৰি ধান মেলিছিলা শুকাবলে
তোমালোকৰ পালিত খহুৱাটোৰ আশাত

হায়! জানানে, অতপৰে আছিল ক'ত সি?
এয়া হ ৰ্বপায় তাৰ আমোদৰ সময়, খেলাৰ আৰু ইঁহাৰ
আমাৰ লগত গুলি আৰু অস্ত্ৰ চালনা খেলে সি
এই একাষি পাহাৰ আৰু তিৰাষি সমতলত।
আৰু কুকুৰা-গাহৰি সোপাৰ কি যে আনন্দৰ সময়
যিবোৰে চাৰিৰ মেলাধান খালে পুৰাই উদৰ।
কোৰাচোন আজিনো খাবা কি তোমালোকে?
চৌকা বাৰু জ্বলিবনে তোমালোকৰ?
এটাও খুদকন বাকী জানো ৰ'ল বান্ধিবলে?
(ইয়াকে শুনি বুঢ়া-বুঢ়ীয়ে সিহঁতৰ ল'ৰাটো বিচাৰিলে আৰু খঙেৰে ক'বলৈ ধৰিলে।)
চোৰা সনাই খহুৰা তুমি বাৰু কৰিলা কি?
যি ধান ৰ'দত শুকাবলে আমি এৰি গৈছিলোঁ
সোপাকে তুমি গাহৰি আৰু মুৰগীক খুৱালা।
যেতিয়া আছিলোঁ আমি হাবি আৰু আঁকৰৰ আঁতৰত।
এতিয়া আমি দিনান্তত কি আহাৰ খাম বাৰু?
এটি খুদও নাবাচিল ৰান্ধিবলে সিজাবলে আমাৰ।
(থমকি ৰ'ল খহুৰা ল'ৰাটো। বিন্দুমাত্ৰ লেখ নাই তাৰ গালে মুখে, ধান হেৰুৱাৰ।)
ধীৰে সুস্থে সি জ্ঞানীৰ দৰে সম্বোধিলে
ককা আৰু আইতাকক।
এটা মজাৰ গল্প অকলশৰীয়া পৰীৰ পৰা
শুনিছিলানে কঁকা আৰু আইতা মোৰ মৰমৰ
তেনেকৈয়ে-
এটিও খুদ হেৰোওৱা নাই
এটিও চৰাই গাহৰিয়ে খোৱা নাই
ঢেঁকী শালত মই খুন্দিছিলো চাউল
খুপলিতে আছে আটাইখিনি।
সকলো ধান মাৰিলোঁ
আছে সেইখিনিও
যোৱা, কৰা তৈয়াৰ তোমালোকৰ আহাৰ
অহ'! নকৰিবা খং মোৰ আইতা মৰমৰ
কঁকা মৰমৰ
যোৱা, প্ৰস্থান কৰা
আৰু প্ৰস্তুত কৰা সুস্বাদু অন্ন ব্যঞ্জন।





দুষ্ট অসুৰ আৰু দেৱতাৰ ল'ৰাহঁতে লোৰ গুলি আৰু অস্ত্ৰ চালনা কৰিও টৰ' কৰাৰ নোম এডাল লৰাব নোৱাৰিলে। আনহাতে কণীৰ গুলি আৰু পিঠাৰ অস্ত্ৰৰেই খহুৱাই সিহঁতক নাগুৰ-নাস্তি কৰি মাৰিলে। সেয়ে সেউজীয়া পাহাৰৰ ফালৰ পৰা ঘূৰি ফুৰি আহি থকা লাটকুম বুঢ়া-বুঢ়ীক টৰ' কৰাৰ কথা লগাই দুষ্টহঁতে তাক মাৰ খুৱাবৰ ফন্দি আটিলে।

লাটকুম বুঢ়া-বুঢ়ী হালে চাৰিত মেলি থৈ যোৱা গোটেই সোপা ধান চৰায়ে আৰু গাহৰিয়ে খাই নিঃশেষ কৰা বুলি জানিব পাৰি বৰ মৰ্মান্তিক বেজাৰ পালে। অসুৰ আৰু দেৱতাসকলৰ উদঙীয়া ল'ৰা জাকৰ লগত গুলি-দান্দা খেলি অবাবতে ধানখিনি নষ্ট কৰা বাবে দুখীয়া-নিচলা বুঢ়া-বুঢ়ীহালৰ বৰকৈ খং উঠিল। সেয়ে সিহঁতে ট ৰা কৰাক গালি পাৰি ক'বলৈ ধৰিলে। ঘৰত এটি ক্ষুদকণ নোহোৱা কৰিলি বোপাই। এতিয়া পিছে আমি খাম কি? তোকেই বা কি খুৱাম? তোৰ দুৰ্বুদ্ধিৰ বাবেই আমি ভোকত মৰিব লাগিব।'

টৰ' কৰাই বিজ্ঞৰ দৰে উত্তৰ দিয়ে 'আইতা, ককাদেউতা! ধানখিনি চৰায়েও খোৱা নাই; গাহৰিয়েও খোৱা নাই। মই ঢেঁকীৰে সেইখিনি খুন্দি মেলি থৈছে। ঢেঁকীৰ থুপলিতে আছে। ধানখিনিও থোৱা আছে। চোৱাগৈচোন আইতা।'

ঢেঁকীৰ খুপলিতো পৰীক্ষা কৰিবলৈ গৈ আইতাকে দেখে যে সেইটো পৰিস্কাৰ চাউলেৰে উপচি আছে। কাষতে থকা পাচিটোও ধানেৰে পৰিপূৰ্ণ হৈ থকা দেখা পালে। চাউল ধান পাই বুঢ়ীৰ আনন্দত গা সাতখন আঠখন হয়। সেয়ে দেদাউৰি পাৰি চিঞৰি বুঢ়াক মাতি সেইবোৰ দেখুৱায়। পেটৰ পোৰণি গুচাব পৰাৰ সমলখিনি দেখি বুঢ়াই অৰ্থপূৰ্ণ চাওনিৰে বুঢ়ীৰ ফালে চাই মিচিকীয়া হাঁহি মাৰি মনৰ আনন্দ প্ৰকাশ কৰে।

কিন্তু সেয়া বিজুলীৰ চিকমিকনিৰ দৰেই অতি ক্ষন্তেকীয়া আনন্দহে আছিল। কিয়নো নিমিষৰ ভিতৰতে বুঢ়া-বুঢ়ীৰ মনত এটি সন্দেহে দোলা দিবলৈ ধৰিলে। জানোচা টৰ' কৰাই আনৰ ঘৰৰ পৰা ধান আৰু চাউলখিনি চোৰ কৰি আনিছে। তেনেক্ষেত্ৰত সেই অন্ন ভক্ষণ কৰাতো বৰ পাপৰ কথা হ'ব। এনে অধৰ্ম কাম কৰা ন্যায়ী মানুহৰ পক্ষে উচিত নহ'ব। সেয়ে মুখ গম্ভীৰ কৰি চিন্তা-ক্লিষ্ট বদনে পিৰালিতে দুয়ো বহি পৰিল।

বুঢ়া-বুঢ়ীৰ অৱস্থা দেখি টৰ' কৰাই হাঁহি পেলালে। সি ক'লে, "আইতা! তুমি সঁচাকৈয়ে বৰ অঁকৰী। ককা-দেউতা, তুমিও একেই। তোমালোকে চোৱাচোন। মই এনেয়েই খৰ-খহুৰে ভৰা এটা আপচু ল'ৰা। পাপ কামৰ ফল ভূঞ্জি মই জীয়াতে আধামৰাৰ দৰে হৈ আছোঁ। ইমানৰ পিছতো ধান-চাউল চোৰ কৰি মই পাপৰ মাত্ৰা বঢ়াম জানো? সেয়ে কওঁ, তোমালোকে নিশ্চিন্ত মনে ধান চাউলখিনি ভোগ কৰিব পাৰা। কিয়নো এইখিনি ধান চাউল আমাৰ প্ৰতি সন্তুষ্ট হৈ স্বয়ং মিংবংগাইহে দিছে।'

এই কথা শুনাৰ পিছত বুঢ়া-বুঢ়ী সন্দেহমুক্ত হয়। বুঢ়ীয়ে মিংবংগাৰ প্ৰতি ভক্তিত গদগদ

হৈ ভাত দাইল সিজাই বুঢ়া আৰু খহুৱাক খুউৱাৰ পিছত নিজেও অন্ন গ্ৰহণ কৰে।

অসুৰ ল'ৰাবিলাকৰ লগত গুলি দান্দা খেলাৰ দিনচেৰেকৰ পিছৰ পৰা অসুৰহঁতৰ লোহা গলোৱা ভাটীবোৰৰ জুই প্ৰায়েই নুমাই যাবলৈ ধৰে। লাখ চেষ্টাৰ পিছতো ভাটীৰ জুই জ্বলাবলৈ অসুৰহঁত কোনো পধ্যেই কৃতকাৰ্য হ'ব নোৱাৰিলে। সেয়ে সিহঁত মঙলতীৰ কাষ চাপে। কোলাত গোটা আৰৈ চাউল লৈ মঙলতীয়ে মঙল চাই সমিধান দিয়ে যে খহুৱা ল'ৰা অৰ্থাৎ টৰ' কৰাইহে ভাটী নজ্বলা অমঙ্গলৰ সমিধান দিব পাৰিব।

মঙ্গলতীৰ উপদেশ মতে অসুৰবোৰ আৰৈ চাউল আৰু কোলা লৈ টৰ' কৰাৰ কাষত উপস্থিত হয় আৰু সিহঁতৰ ভাটীবোৰ পুনৰ কাৰ্যক্ষম কৰিবৰ বাবে অনুৰোধ জনায়। টৰ' কৰাই চাউল গণনা কৰি চিংবংগাৰ নামত এটা বগা মতা কুকুৰা (বগা সাঁড়া) বলি দিবলৈ উপদেশ দিয়ে।

অসুৰবিলাকে এই পূজাভাগ আগ বঢ়োৱাৰ লগে-লগে সিহঁতৰ কাৰখানবোৰ চলিবলৈ ধৰে। অসুৰৰ মাজত আনন্দৰ বন্যা বৈ যায় আৰু সিহঁতৰ স্বভাৱ সুলভ অহঙ্কাৰৰ দপ্‌দপনিত আই বসুমতীয়ে পুনৰ প্ৰমাদ গণিবলৈ ধৰে। পৰমেশ্বৰ ৰূপী চিংবংগাই সেয়ে অচিৰেই নিজৰ মায়াৰ জাল প্ৰসাৰিত কৰে। অসুৰহঁতৰ এইবাৰ লোহা নোহোৱা হৈ পৰে। বহু চেষ্টা কৰিও লোহা সংগ্ৰহ কৰিব নোৱাৰি সিহঁত পুনৰাই খহুৱা ল'ৰাৰ শৰণাপন্ন হয়।

খহুৱা ল'ৰাই নতুন কোলাৰ (চুপ) ওপৰত আৰৈ চাউল গণনা কৰি মঙল এখন চাই দিয়ে। এইবাৰ এটা বগা পাঠা ছাগলী চিংবংগাৰ নামত উৰ্চগা কৰিবলৈ খহুৱাই পৰামৰ্শ দিয়ে। সেইমতে বলিবিধান দিয়াৰ পিছত অসুৰৰ লোহাৰ কাৰখানাবোৰ আকৌ চলিবলৈ ধৰে। কিন্তু অতি কমদিনৰ ভিতৰতে সিহঁতৰ কাৰখানাৰ জুই পুনৰ নুমাই যায়।

নিয়ম অনুযায়ী মঙল চাই খহুৱা ল'ৰাটোৱে এইবাৰ এটা ভেৰা ছাগলী চিংবংগাৰ নামত উচৰ্গা কৰিবলৈ বিধান দিয়ে। ভেৰা ছাগলী বলি দিয়াৰ পিছত কাৰখানাৰ জুই জ্বলি উঠে। চিমনীৰ পৰা ওলোৱা জুইৰ ধোঁৱাই আকাশখন ঢাকি ধৰে। যদিও খহুৱা ল'ৰাই আটাইবোৰ চিমনী জ্বলাবলৈ হাক দিছিল, ৰক্ষসবোৰে নিজৰ স্বভাৱ অনুযায়ী সেই পৰামৰ্শ মানি নল'লে। বৰং আনন্দত মতলীয়া হৈ বেছিকৈহে জুই জ্বলাইছিল।

ৰাক্ষসকলৰ ভাটিৰ জুই পুনৰ নুমাই যায়। সিহঁত তুৰন্তে টৰ' কৰাৰ ওচৰ চাপে আৰু এটি স্থায়ী সমিধান বিচাৰে। ইয়াৰ অন্যথা কৰিলে খহুৱাক প্ৰাণে মৰাৰ ভাবুকি দিয়ে। খহুৱাই দীৰ্ঘ সময় জুৰি মঙল চোৱাৰ পিছত মানুহ বলি দিয়াৰ পৰামৰ্শ আগ বঢ়ায়।

বলি দিবৰ বাবে অসুৰবোৰে মানুহ যোগাৰ কৰিব নোৱাৰিলে। যিমান টকা লাগে সিহঁতে দিবলৈ 'ৰাজী' আছিল। তথাপিতো কোনো মুণ্ডা পৰিয়ালে সিহঁতক মানুহ নিদিলে। অৱশেষত উপায় বিহীন হৈ ৰাক্ষসবোৰ পুনৰ খহুৰে ভৰা ভেদেলা ল'ৰাৰ কাষ চাপে।





খহুৱাই সকলো শুনাৰ পিছত ক'লে, "তোমালোকে চিন্তা নকৰিবা। সমস্যাৰ সমাধান মই কৰিম।'

এইকথা শুনি অসুৰবোৰে অতি ব্যগ্ৰ ভাৱে খহুৱাৰ মুখলৈ চাই ৰ'ল। সিহঁতে খহুৱাক 'ধমকি' দি ক'লে, 'তুমি সমাধান কৰিবই লাগিব। নহ'লে তোমাৰ নিস্তাৰ নাই। আমি তোমাক আৰু তোমাৰ আশ্ৰয়দাতা লাটকুম হাৰাম আৰু লাটকুম বুঢ়ীয়াক ধৰি নি বলি দিম। যদি তুমি ভাটীৰ জুই জ্বলাই দিয়া তেহে তোমালোকক এৰি দিম।'

ক্ষন্তেকৰ বাবে খহুৱাই চিন্তাত পৰা যেন কৰি দেখুৱায়। তাৰ কপালত চিন্তাৰ ৰেখাবোৰ প্ৰস্ফুটিত হৈ পৰে। আনপিনে অসুৰৰ যেন ৰ'বলৈ সময় নাই। তাক কাটি দুছেও কৰিবৰ বাবে এটাই তৰোৱাল দাঙিছিলেই। তেনেতে খহুৱাই বজ্ৰ গম্ভীৰ কণ্ঠেৰে ক'লে, 'তৰোৱাল খাপত ভৰাই থৈ দিয়া। তোমালোকৰ হৈ ময়েই প্ৰাণটো দিম। কিয়নো খৰ খহুৰ বাবে ললাট ভূঞ্জি মোৰ জীৱনটো অতিকে দুৰ্বিসহ হৈ পৰিছে। চিংবংগাৰ নামত মোৰ প্ৰাণটো উছৰ্গা কৰিলে মই নৰক-যন্ত্ৰণাৰ পৰা ৰক্ষা পাম আৰু তোমালোকৰ কল-কাৰখানাবোৰো চিৰদিনৰ বাবে কাৰ্যক্ষম হৈ ৰ'ব।'

সেয়ে অনুগ্ৰহপূৰ্বক খহুৱাকে বলি দিবলৈ সি অসুৰসকলক অনুৰোধ জনায়। কথাশুনি অসুৰৰ মুখলৈ পানী আহে আৰু সিহঁতৰ অন্তৰৰ আনন্দৰ লহৰবোৰ মিচিকীয়া হাঁহিৰূপে প্ৰকাশ পায়। সিহঁতে খহুৱাক লৈ আনন্দ মনেৰে প্ৰস্থান কৰিবলৈ লওঁতেই বুঢ়া-বুঢ়ী ঘৰৰ ভিতৰৰ পৰা ওলাই আহে আৰু হাতজোৰ (জহাৰ) কৰি ক'বলৈ ধৰে। 'হেৰা অসুৰ বোপাইহঁত। তোমালোকে এই বুঢ়া-বুঢ়ী হালক নামাৰিবা। খহুৱাক লৈ গ'লে আমি জীৱন্তে মৰিম। কিয়নো তাৰ অবিহনে আমাক চোৱা-চিতা কৰিবলৈ ঘৰখনত দ্বিতীয় এটা প্ৰাণী নাই।'

টৰ' কৰাই অনেক বুজাই বঢ়াইও বুঢ়া-বুঢ়ীক সৈমান কৰাব নোৱাৰিলে। সিহঁতে কোনোমতেই নিজৰ পুত্ৰসম খহুৱাক বলিদিবৰ বাবে এৰি দিবলৈ 'মান্তি' নহ'ল। অৱশেষত খহুৱাই সিহঁতক ঘৰৰ ভিতৰলৈ লৈ যায় আৰু নিজৰ প্ৰকৃত ৰূপ প্ৰদৰ্শন কৰি দেখুৱায়। সিহঁত দুয়ো সাষ্টাঙ্গে পৰি চিংবংগাক প্ৰণিপাত জনায় আৰু পৃথিৱীৰ হৰহনকৰ (মানৱকুল) মাজত যাতে চিৰদিন অমৰ হৈ থাকিব পাৰে তাৰ বাবে সিহঁতে শ্ৰীচৰণত প্ৰাৰ্থনা জনায়।

ভগৱানে সিহঁতৰ প্ৰাৰ্থনা মঞ্জুৰ কৰে আৰু কয় যে মই পাহানৰ(পূজাৰী) কুল এটা সৃষ্টি কৰিম। সেই পূজাৰীয়ে তোমালোকক অৰ্থাৎ লাটকুম হাৰাম আৰু লাটকুম বুঢ়ীয়াক গাঁৱৰ সোমাজত প্ৰতিষ্ঠিত সাৰণাত (পূজাৰ ঠাই) বছৰেকত তিনিবাৰ পূজা দিয়াৰ ব্যৱস্থা প্ৰচলিত কৰিব। বছৰৰ আৰম্ভণিতে অৰ্থাৎ ফাগুন মাহত (ফাগুন মাহৰ সংক্ৰান্তিৰ পিছৰ পৰা বহুতো আদিবাসী জনজাতিয়ে নতুন বছৰ আৰম্ভ হোৱা বুলি বিশ্বাস কৰে) যেতিয়া শাল গছবোৰ

ফুলি জাতিস্মাৰ হৈ পৰিব তেতিয়া অনুষ্ঠিত বাহা পৰৱত, আৰু শেষত মাঘবিহুৰ (মাঘী পৰৱ) ভোজৰ দিনা তোমালোকে পূজা পাবা। সেই অনাদি কালৰে পৰা অদ্যপৰিমিত মুণ্ডাসকলে মহা প্ৰভু চিংবংগাক আশ্ৰয় দিওঁতা লাটকুম হাবাম আৰু লাটকুম বুঢ়ীয়াক প্ৰতি বছৰে পালন কৰা তিনিটা পৰৱৰ সময়ত পূজা-পাতল দি আহিছে।

খহ্বাক অসুৰবিলাকে চিংবংগাৰ নামত বলি দিবলৈ লোৰ কাৰখানাৰ ফালে লৈ যায়। চিংবংগাৰ নামত কিদৰে মানুহ উৰ্ছগা কৰিব লাগে সেইবিষয়ে খহ্বাই সিহঁতক বুজাই দিয়ে। সি ক'লে, 'তিনিজনী কুমাৰী ছোৱালীয়ে তিনিদিন-তিনিৰাতি উপবাসে থাকি কমাৰৰ ভাটীত অগ্নি সংযোগ কৰিব। ছাগলীৰ নতুন চামৰাৰে তৈয়াৰী যন্ত্ৰৰে ভাটীৰ জুইত বতাহৰ যোগান ধৰিব লাগিব। তেওঁলোকে নৱ-বস্ত্ৰ পৰিধান কৰিব লাগিব আৰু নতুন ঘটত পানী লৈ পৱিত্ৰ আমগছৰ পাতেৰে ভাটীত পানী ছটিয়াই পূজা কৰিব লাগিব।'

এইদৰে যাৱতীয় দিহা পোহা দি ট'ৰ কৰা কমাৰৰ ভাটীৰ ভিতৰলৈ প্ৰৱেশ কৰে। লগে লগে ভাটীৰ মুখ বন্ধ কৰি দিয়া হয়। বিধান অনুযায়ী ছোৱালীহঁতে ভাটীত অগ্নি সংযোগ কৰে। তিনিদিন তিনিৰাতি নীৰবচ্ছিন্ন ভাৱে গমগমীয়া জুইৰে ভাটীবোৰ জ্বলাই ৰখা হ'ল। তাৰ পিছত জুই নুমুওৱা হয়। কিন্তু সকলোকে আচৰিত কৰি টৰ' কৰা জলন্ত অঙঠাৰ মাজেৰে বীৰদৰ্পে ভাটীৰ পৰা বাহিৰলৈ ওলাই আহে। পুৱাৰ সুৰুজৰ দৰে ৰক্তিম আভা বিচ্ছুৰিত কৰা খহ্বা ল'ৰাটোৰ সুন্দৰ সুঠাম চেহেৰা দেখি অসুৰবোৰ আশ্বৰ্যন্বিত হৈ পৰে। টৰ' কৰাৰ এখন হাতত সোণৰ থাল আৰু আনখন হাতত ৰূপৰ থাল। দুয়োখন থাল-সোণৰূপ আৰু বহুমূলীয়া ৰত্ন-সম্ভাৰেৰে ভৰপুৰ হৈ আছিল।

ঐশ্বৰ্য-বিভূতি দেখাৰ লগে লগে স্বভাৱজাত লালসাৰে ভৰা অসুৰবিলাকৰ খকুৱা স্বভাৱটো সাউতকৈ জাগি উঠিল। সিহঁতে টৰ' কৰাক কালবিলম্ব নকৰি প্ৰশ্ন কৰে 'তুমি ইমানবোৰ ধন-ৰত্ন, মণি-মুকুতা ক'ত পালা? সোণ-ৰূপৰ থাল আৰু ধন ৰত্ন আৰু আছেনে বাৰু?'

টৰ' কৰাই কলে, 'প্ৰচুৰ আছে। চিংবংগাও প্ৰসন্ন হৈ আছে। ভাটীৰ ভিতৰলৈ সোমাই যোৱা। যিমান ইচ্ছা সিমান এনেকুৱা সম্পদ লৈ আহিব পাৰিবা।'

অসুৰবোৰ ভাটীৰ ভিতৰলৈ সোমাবৰ বাবে সাজু হয়। এনেতে টৰ' কৰাই ক'বলৈ ধৰে।' তোমালোকৰ এজনো বাহিৰত নাথাকিবা। ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱেই যোৱা। মাত্ৰ তিৰোতাবোৰহে। যাব নোৱাৰিব। তেওঁলোক ভাটীৰ বাহিৰত থাকি আম পাতৰ ঠাৰিবে মন্ত্ৰপুত পানী ভাটীত ছটিয়াব আৰু আন কিছুমানে জুই জ্বলাই ৰখাৰ কাম কৰিব। যোৱা, খৰধৰ কৰা। এজনো পিছ পৰি নাথাকিবা। ভিতৰলৈ যোৱাসকলে মনৰ হেঁপাহত ধন-সোণ আনিব পাৰিব। যদিহে কোনোবা থাকি যোৱা তেনেহ'লে তোমালোকৰ মাজত পিছলৈ কাজিয়া পেচাল হ'ব। ভাটীৰ ভিতৰত এটা সোণালী শগুন আৰু এটা ৰূপালী শগুন আছে।





সেই অপূৰ্ব সুন্দৰ অতিকায় শগুন দুটাৰ পাখিবোৰ টানিলেই সিহঁতৰ গাৰ পৰা লদা-লদা সোণ ৰূপ সৰি পৰিব। যাৰ যিমান মন যায় সেইবোৰ লৈ আহিব পাৰিবা।'

এজনো বাদ নপৰাকৈ সকলো অসুৰ ভাটীৰ ভিতৰলৈ প্ৰৱেশ কৰে। খহ্বাৰ নিৰ্দেশমতে তিৰোতাসকলে ভাটীৰ দুৱাৰবোৰ গোবৰ মাটিৰে মচি ভালদৰে বন্ধ কৰি দিয়ে। আৰু ভাটীৰ জুই দপদপকৈ জ্বলিবৰ বাবে নতুনকৈ তৈয়াৰ কৰা ছাগলীৰ চামৰাৰ মোনাৰে বতাহ দিবলৈ ধৰে। ভাটীৰ ভিতৰত দাউ দাউকৈ জুই জ্বলি উঠে। কিছুসময়ৰ পিছতে ভাটীৰ ভিতৰৰ পৰা মানুহৰ কেঁকনি গেঁঠনি শুনিবলৈ পোৱা গ'ল। মাইকী মানুহখিনি চকখাই উঠিল। ভীতিবিহ্বল তিৰোতাবোৰে টৰ' কৰাক সোধে। 'আমাৰ মানুহবোৰ জুইত পুৰিছে হ'ব পায়। সেয়া সিহঁতৰ মৃত্যু-যন্ত্ৰণাৰ আৰ্তনাদ ভাহি আহিছে। দুৱাৰবোৰ আমি খুলিম নে?'

টৰ' কৰাই সিহঁতক ধমক দি কয়-'সেয়া মৃত্যু-যন্ত্ৰণাৰ আৰ্তনাদ নহয়। আনন্দ আহ্লাদৰহে হুৱঁগোল। আচলতে সিহঁতে অপৰ্যাপ্ত ধন সোণ লাভ কৰিছে। সেয়েহে ইমান চিঞৰ বাখৰ হৈছে বুজিছা। তোমালোকে ভাটীত ঠিকমতে জুই দি থাকা। তেহে অপৰ্যপ্ত ধন-সোণৰ গৰাকী হ'ব পাৰিবা।'

এনেকৈয়ে আৰু কিছু সময় পাৰ হৈ যায়। এইবাৰ ভাটীত বতাহ দিয়া ছিদ্ৰ পথেদি মানুহৰ তেজৰ দৰে জুলীয়া পদাৰ্থ নিৰ্গত হোৱা দেখা গ'ল। শোণিতৰ নিজৰা ভাটীৰ ভিতৰৰ পৰা বৈ অহা দেখি তিৰোতাবোৰৰ মূৰ আচন্দ্ৰাই যায়। সিহঁতৰ মুখ বিবৰ্ণ হৈ পৰে। ইজনীয়ে-সিজনীৰ মুখলৈ চোৱা চুই কৰি সমস্বৰে সিহঁতে চিঞৰি উঠিল। 'এয়া আমাৰ মানুহৰ তেজ। সিহঁত নিশ্চয় অগ্নিদগ্ধ হৈ মৰিব ধৰিছে। তই আমাক লোভ দেখুৱাই এইবোৰ কি কৰিছ, হেৰ খহ্বা ল'ৰা।'

চিঙ্বংগাই বজ্ৰ গম্ভীৰ কণ্ঠেৰে গৰজি উঠি ক'লে, হেৰ বুৰ্বক তিৰোতা সোপা! তঁহতৰ চকু নাইনে? সেয়া মানুহৰ তেজ নহয়। তহঁতৰ মতাবোৰে পান কাচুলি খাই পিক পেলাইছে। তাকে তহতে মানুহৰ তেজ বুলি ভাবি মিছাতে ভয় খাইছ।'

বুকুৰ বেদনা বুকুতে ৰাখি সিহঁতে পুনৰ ভাটীত জুই দিবলৈ ধৰে। এইদৰে তিনিদিন তিনিৰাতি অতিবাহিত হৈ যায়। ঈশ্বৰৰ ইপ্সিত কাম সমাধা হোৱাৰ পিছত ভাটীৰ দুৱাৰ খুলি দিবলৈ টৰ' কৰাই হুকুম দিয়ে। দুৱাৰ খোলাৰ লগে লগে ভয়াৰ্ত তিৰোতাবোৰে কি দেখা পালে বাৰু? সিহতে সিহঁতৰ আত্মীয় স্বজন, পুত্ৰ, ভাতৃ আৰু স্বামীৰ অগ্নিদগ্ধ শৰীৰৰ অৱশিষ্ট হাড় আৰু মূৰৰ লাওখোলা দেখা পায়। সেইবোৰ দেখি দুখ আৰু বেজাৰত ভাগি পৰা তিৰোতামখাই নিজৰ মূৰৰ চুলি চিঙি গগন বিদীৰ্ণ কৰি উচ্চ স্বৰে কান্দিবলৈ ধৰে। ক্ৰন্দনৰ মাজতে সিহঁতে টৰ' কৰাক কয়, 'তই আমাৰ সৰ্বনাশ কৰিলি। এনে শেল তই আমাৰ বুকুত মাৰিবি বুলি কোনে ভাবিছিল? ধন-সোণৰ লোভ দেখুৱাই অৱশেষত তই

ইয়াকে কৰিলি। তই আচলতে আমাৰ জাতিৰ শত্ৰু। নহয়নে বাৰু?'

টৰ কৰাই বজ্ৰ গম্ভীৰ কণ্ঠেৰে আকাশ-পাতাল কঁপাই চিঞৰি উঠিল। মই ইজনৰ পিছত সিজন দূত তহঁতৰ ওচৰলৈ পঠাইছিলোঁ। পিছে তহঁতৰ কোনেও মোৰ কথা নুশুনিলি। মাথোঁ মোক অৱমাননাহে কৰিলি। সেয়ে অসুৰবোৰক ধ্বংস কৰাৰ বাহিৰে মোৰ আন কোনো গত্যন্তৰ নাছিল।'

পুৰুষৰ অৱৰ্তমানত অসুৰৰ তিৰোতাসকলৰ ভৰণ-পোষণ কোনে কৰিব সেই বিষয়ে সিহঁতে টৰ' কৰাৰ পৰা জানিব বিচাৰিলে। সিহঁতক অভয় দি টৰ' কৰাই ক'লে। সেই বিষয়ে তহঁতে অকণো চিন্তা কৰিব নালাগে। প্ৰত্যেক গাঁৱতে দুজনকৈ পূজাৰী থাকিব। এজনৰ নাম হ'ব 'পাটগুৰু' আৰু আনজনৰ 'টোৰা'। সিহঁতে আধাখুন্দা চাউল আৰু কোলাত মাটিৰ চাকি জ্বলাই তহঁতৰ কাক অসময়ত পূজা লাগিব সেই বিষয়ে মঙ্গল চাব পাৰিব। তোমালোক মানুহৰ মঙ্গল-সাধন কৰিব পাৰিবা আৰু অনিষ্টও কৰিব পৰাৰ ক্ষমতা আহৰণ কৰিবা। তোমালোক মানুহৰ শৰীৰত সৃষ্টি কৰা বেমাৰ আজাৰৰ পৰা নিষ্কৃতি পাবলৈ হ'লে পূজাৰীয়ে তোমালোকক পূজা দিব লাগিব। তদুপৰি গাঁৱৰ সোঁমাজত থকা প্ৰকাণ্ড গছৰ তলত বছৰি পাহানৰ দ্বাৰা তোমালোক পূজিত হবা।'

সেইদিন ধৰি মুণ্ডা পাহানে (পূজাৰীয়ে) বঙ্গাৰূপে অসুৰৰ তিৰোতাবিলাকক পূজা কৰা নিয়ম প্ৰচলিত কৰে।

চিংবংগাই অসুৰ নিধন কৰি ধৰাধামত শান্তি-প্ৰতিষ্ঠা কৰে আৰু অসুৰৰ চিমনীৰ ধোঁৱাৰ পৰা পৃথিৱীকো পৰিত্ৰাণ কৰে। এইখিনি কাম সমাধা কৰাৰ পিছত চিংবংগাই স্বৰ্গলৈ যাবলৈ লয়। কিন্তু অসুৰ তিৰোতাসকলে চাৰিওফালে আগুৰি ধৰি তেওঁক যাবলৈ বাধা দিয়ে। আৰু বাসস্থানৰ ব্যৱস্থা কৰিবলৈ প্ৰাৰ্থনা জনায়। চিংবংগাই তেওঁলোকৰ চুলিত ধৰি শূন্যতে কেইপাকমান ঘূৰাই দূৰলৈ দলি মাৰি পঠায়। ইয়াৰ ফলত কোনোবাজনী গৈ পাহাৰৰ ওপৰত পৰে, কোনোবা খাল-বিলত, কোনোবা জলাশয়ত, কোনোবা নৈ-নিজৰা অথবা জলপ্ৰপাত আৰু আন কোনোবা গৈ ডাঠ হাবিত বা গছৰ গুৰিত পৰেগৈ। তেতিয়াৰ পৰাই মুণ্ডাসকলে প্ৰকৃতিৰ বুকুৰ সকলো ঠাইতে অদৃশ্য শক্তিৰ অধিকাৰী বাস কৰা বুলি বিশ্বাস কৰি আহিছে।

মুণ্ডা জনবিশ্বাস মতে অপদেৱতা অথবা ভূত-সৃষ্টিৰ গুৰি কথা এয়ে। পাহাৰৰ অধিকাৰীক তেওঁলোকে বুৰু বংগা বোলে। দ জলাশয়ৰ গৰাকী হ'ল ইকিৰ বংগা, ওখ পাহাৰৰ অধিবাসী লাগে বংগা আৰু মনোমোহা ৰম্যভূমিৰ গৰাকী হ'ল দেচাউলি বংগা ইত্যাদি আৰু অনেক বংগা আছে।

বংগা অৰ্থাৎ দেৱতা, অপদেৱতা অথবা ভূতসকলে মুণ্ডা জনজাতিৰ মাজত অপৰিমেয়





প্ৰভাৱ পেলাই আহিছোঁ। বংগাৰ নামত অন্ধ বিশ্বাসৰ বলি হৈ এই সহজ-সৰল প্ৰকৃতিৰ মুণ্ডসকলে অনেক সময়ত অনেক নকৰিব লগীয়া কাম কৰাও দেখা যায়।

মুণ্ডাসকলৰ মাজত পাহান (পূজাৰী)ৰ ভূমিকা অতিকে গুৰুত্বপূৰ্ণ। পাহানৰ যোগেদিয়েই ৰুষ্ট অপদেৱতাসকলৰ সন্তুষ্টিৰ বাবে পূজা-পাতল আগ বঢ়োৱা হয়। সাধাৰণতে কুকুৰা, ছাগলী, গাহৰি অথবা ভেৰা ছাগলী বলি দিয়াৰ উপৰি ফলমূল, আখৈ, পিঠা আদিৰেও বংগাৰ পূজা কৰা হয়।

সৰ্বময় কৰ্তা পৰম ঈশ্বৰ চিংবংগাৰ ওপৰত মুণ্ডাসকলৰ প্ৰগাঢ় বিশ্বাস আছে। তেওঁলোকৰ ধাৰণা যে জগতৰ পিতাই সকলো যুগতে তেওঁৰ অনুপম সৃষ্টিক আসুৰিক শক্তিৰ পৰা অহৰহ ৰক্ষা কৰি আহিছে। কেতিয়াবা সাধু ৰূপে, কেতিয়াবা দৈত্য ৰূপে আৰু কেতিয়াবা নিঃকিন ফকীৰ ৰূপে ঈশ্বৰে অৱতাৰ গ্ৰহণ কৰি জীৱকুলক ৰক্ষা কৰে, আসুৰিক শক্তিক আৰু মানুহৰ মাজত প্ৰেম, অহিংসা আৰু দয়াৰ শিক্ষা প্ৰদান কৰে।

# দিন ৰাতিৰ বিভাজন আৰু চন্দ্ৰৰ সৃষ্টি

বিশ্ব সৃষ্টিৰ প্ৰাৰম্ভিক কালছোৱাত দিন আৰু ৰাতিৰ কোনো বিভাজন নাছিল। অখণ্ড প্ৰতাপেৰে সূৰ্যৰ পৰা বিচ্ছুৰিত হোৱা পোহৰে পৃথিৱীখন অনবৰতে পোহৰাই ৰাখিছিল। সেয়ে আজিৰ দৰে আকাশৰ চন্দ্ৰটোৰ জন্মই হোৱা নাছিল। কেৱল মাত্ৰ সূৰ্যটোৱেহে আকাশত দপ্‌দপাই জ্বলি আছিল আৰু ই কেতিয়াও অস্ত নগৈছিল। এনেকৈয়ে অনন্ত কাল যাবৎ সূৰ্যই পৃথিৱীত দিন কৰি ৰাখিছিল। তেতিয়া ৰাতিৰ কোনো নাম গোন্ধেই নাছিল।



এদিনাখন পৃথিৱীৰ সৰ্বময় কৰ্তা পৰম ঈশ্বৰে নিজৰ সৃষ্টিৰ পৃথিৱীখন চাবলৈ ধৰা ধামলৈ অৱতৰণ কৰে। ঈশ্বৰ প্ৰভুৱে সাধাৰণ নৰ-মনিষৰ বেশেৰে পৃথিবী পৰিভ্ৰমণ কৰি ফুৰোঁতে খেতি পথাৰত কাম কৰি থকা এজন খেতিয়কক লগ পায়। প্ৰভুৱে খেতিয়কক সুধিলে—'তুমি পথাৰত কেতিয়াৰ পৰা কাম কৰিছা?' উত্তৰত মানুহজনে এতিয়াই কৰিছোঁ বুলি কয়।

ঈশ্বৰে মানুহজনক পুনৰ সোধে যে—সৌ পথাৰত তুমি কেতিয়া কাম কৰিছিলা। মানুহজনে এতিয়াই কৰা বুলি জনায়।

এইবাৰ ভগৱন্ত প্ৰভুৱে কিছু নিলগত সজাল ধৰা শস্যৰ পথাৰখনলৈ আঙুলিয়াই খেতিয়কৰ পৰা জানিব খুজিলে যে তুমি সেইখন পথাৰত কেতিয়া কাম কৰিছিলা।

উত্তৰত খেতিয়ক এতিয়াই কৰা বুলি ভগৱানক জনায়।

মানুহজনৰ কথা শুনি ভগৱান বৰ বিবুধিত পৰিল। খেতিয়কে কেইবাদিন ধৰি পথাৰত কাম কৰোঁতে ভাত খোৱা চুৱা পাতবোৰ পৰি থকা দেখা পাই ঈশ্বৰে তেওঁক প্ৰশ্ন কৰে—-'সেইবোৰ পাতত তুমি কেতিয়া ভাত খাইছিলা?'





উত্তৰত মানুহজনে ক'লে—'এতিয়াই।'

এইবোৰ শুনি ঈশ্বৰৰ চকু কপালত উঠিল। পৰম বিস্ময়াভিভূত হৈ ঈশ্বৰে সোধে- 'হেৰি ডাঙৰীয়া! আপুনি কোন সময়ত কাম কৰে আৰু কেতিয়ানো জিৰণি লয়।'

মানুহজনে উত্তৰ দিয়ে—'মই এতিয়াই কাম কৰোঁ আৰু এতিয়াই জিৰণি লওঁ। আৰুনো কোন সময়ত মই জিৰাম?'

এইবাৰ প্ৰভুৰ চকু মেল খালে। তেওঁ বুজিব পাৰিলে মানুহটোৰ কাম কৰাৰ আৰু জিৰণি লোৱাৰ বেলেগ বেলেগ সময় নাই। মানুহে কাম কৰিবলৈ আৰু তাৰ পিছত জিৰণি ল'বলৈ সুকীয়াকৈ সময় সৃষ্টি কৰিবলৈ ঈশ্বৰে সিদ্ধান্ত লয়। ঠাকুৰ বাবাই খেতিয়কক ক'লে,-— আজিৰ পৰাই তুমি জিৰণি ল'বলৈ প্ৰচুৰ সময় পাবা। তোমাৰ বাবে আজিৰে পৰা মই ৰাতিৰ সৃষ্টি কৰিম।'

ঈশ্বৰৰ এইখিনি কথাৰ একো আও-ভাও বুজি নোপোৱা মানুহজনে ক'লে-'ৰাতিনো কি মই একো বুজিব পৰা নাই। ৰাতি তুমি কিদৰে সৃষ্টি কৰিবা আৰু তুমিয়েই বা কোন মই হ'লে একোকে বুজিব পৰা নাই।' এনেতে ঈশ্বৰে ভুৱন-ভুলোৱা এটি মিচিকিয়া হাঁহি মাৰি অদৃশ্য হৈ যায়।

বিশেষ কটকী প্ৰেৰণ কৰি ঈশ্বৰে সূৰ্য দেৱতাক মতাই আনি কয়—'তুমি সকলো সময়তে উদয় হৈ ৰ'লে সময়ৰ পাৰ্থক্য নেথাকে। ফলত মানুহে যিকোনো সময়তে কাম কৰে আৰু যিকোনো সময়তে আহাৰ গ্ৰহণ কৰে। সিহঁতৰ জিৰণি ল'বলৈ কোনো নিৰ্দিষ্ট সময় নাই। ফলত দেখা গৈছে যে জিৰণি নোলোৱাকৈ মানুহবোৰে কাম কৰিয়েই মৰিব লাগিব। সেয়ে আজিৰে পৰাই তুমি যিমান সময় পৃথিৱীক পোহৰ দিবা ঠিক সিমান সময়েই তুমি আকাশৰ বুকুত লুকাই থাকিব লাগিব। তুমি লুকাই থকা সময় ছোৱাত পৃথিৱীখন আন্ধাৰ আৱৰি ধৰিব। ফলত মানুহে একো দেখা নেপাব আৰু তেতিয়া বাধ্যত পৰি খেতি পথাৰৰ কাম সামৰি-সুতৰি সিহঁত বিচনাত পৰি জিৰণি ল'ব লাগিব।'

সিদিনাৰ পৰাই গধুলি পৰত সূৰ্য অস্ত যাবলৈ ধৰিলে। পৃথিৱীত ঘন ঘোৰ আন্ধাৰ নামি আহে। মানুহবোৰ বৰ আচৰিত হ'ল। ঘপহকৈ আন্ধাৰ নামি অহা বাবে খেতি পথাৰত কৰ্মৰত খেতিয়কবোৰ ঘৰলৈ আহিবলৈ বাধ্য হৈছিল। যিহওক এতিয়াৰ পৰা মানুহে দিনত কাম কৰিবলৈ আৰু ৰাতি জিৰাবলৈ ধৰে।

এনেকৈয়ে আকাশত চন্দ্ৰ নোহোৱাকৈ ঘিট্‌মিটিয়া অন্ধকাৰৰ মাজত মানুহে বহু দিন অতিবাহিত কৰে।

বহু যুগৰ পিছত মহাপ্ৰভুৱে পুনৰ পৃথিৱী প্ৰদক্ষীণ কৰিবলৈ আহে। সেই খেতিয়কজনক লগ ধৰি ঈশ্বৰে কলে—'বন্ধু! আশা কৰোঁ ৰাতি কি বস্তু আৰু দিন কি বস্তু তুমি এতিয়ামানে নিশ্চয় বুজিব পাৰিছা।'

মানুহজনে বুজিব পাৰিলে যে সেইজনেই হ'ল সৰ্ব শক্তিমান ঈশ্বৰ চিংবংগা (চিং বংগা)। সি তৎক্ষণাত হাত জোৰ কৰি সিং বংগাৰ চৰণত 'জহাৰ' (প্ৰণাম) নিবেদিলে। জহাৰ কৰি মানুহজনে চিংবংগাক ক'লে–'হে প্ৰভু। মই এতিয়াহে বুজিব পাৰিছোঁ যে তুমিয়েই জগতৰ পিতা। পিছে মই সৰু মানুহ। অনুগ্ৰহ কৰি মোক আজি আৰু কালিৰ পাৰ্থক্যটো বুজাই ক'বনে?'

মানুহজনৰ সৰলতালৈ চাই মিচিকীয়া হাঁহি এটি মাৰি দুনিয়াৰ গৰাকী চিংবংগা প্ৰভুৱে ক'বলৈ ধৰিলে, 'সূৰ্য্য যেতিয়া পুব দিশত উদয় হয় তাকে ৰাতিপুৱা বোলে। সূৰ্য উদয় হোৱাৰ পৰা সন্ধ্যা পশ্চিম আকাশত অস্ত নোযোৱালৈকে সময় চোৱাক দিন আৰু পৃথিৱীখন যিমান সময় জুৰি অন্ধকাৰত ডুব গৈ থাকে সেই সময়খিনিক ৰাতি বোলা হয়।' দিনৰ ভাগত পথাৰত কাম কৰিবলৈ আৰু ৰাতি ভাতপানী খাই বিশ্ৰাম ল'বলৈ কয়। সূৰ্য উদয় হোৱা দিনটোক আজি-পাৰহৈ যোৱা দিনটোক কালি আৰু ৰাতিৰ পিছত উদয় হ'ব লগা দিনটোক কালিলৈ বোলা হয়।

অতি উৎফুল্লিত হৈ মানুহজনে ক'লে—'প্ৰভু! মই সকলো কথা পৰিস্কাৰকৈ বুজিব পাৰিছোঁ। আপোনাৰ পৰামৰ্শ অনুযায়ী এতিয়াৰ পৰা আমি দিনত কাম কৰিম আৰু ৰাতিৰ ভাগত জিৰণি লম। পিছে হে প্ৰভু! আমাৰ আৰু এটা অসুবিধা হৈছে। সেইটো হ'ল যে আমি পথাৰত কাম কৰ থাকোঁতেই ঘপহকৈ আন্ধাৰ নামি আহে। ফলত পথাৰৰ পৰা ঘৰলৈ আহোঁতে আমাৰ বৰ কষ্ট হয়। আনকি আমাৰ বহুতৰে খালে-ডোঙে পৰি হাত ভৰি আদি ভাঙি যায়। গতিকে ৰাতি যাতে আমি সুকলমে ঘৰলৈ আহিব পাৰোঁ তাৰ কিবা এটা ব্যৱস্থা কৰা। নহ'লে আমি সদায়ে এই অসুবিধা ভুগী থাকিব লাগিব।'

খেতিয়কজনৰ সৰল প্ৰাৰ্থনাত চিংবংগা সন্তুষ্ট হ'ল। মানুহজনক আশ্বাস দি ক'লে, "হ'ব বাৰু। মই এটা বিকল্প ব্যৱস্থা কৰিম। তুমি অকণো চিন্তা নকৰিবা।'

ঈশ্বৰে পূৰ্বে কৰা ব্যৱস্থাৰ ত্ৰুটি ধৰিব পাৰিলে। সেয়ে ৰাতিৰ আকাশত কোমল আৰু স্নিগ্ধ পোহৰ বিলাব পৰাকৈ জোনবাইৰ সৃষ্টি কৰিবলৈ ঈশ্বৰে মন স্থিৰ কৰিলে।

মানুহজনক ঈশ্বৰে পুনৰাই ক'লে, —"আজিৰ পৰা আকাশত চন্দ্ৰৰ উদয় হ'ব। চন্দ্ৰৰ কোমল পোহৰত তোমালোকে বাটপথ মনিব পাৰিবা। আনকি ৰাতিৰ আহাৰ তৈয়াৰ কৰি চন্দ্ৰৰ পোহৰতে খাবও পাৰিবা।' এইখিনিকে কৈ ঈশ্বৰ প্ৰভু অদৃশ্য হৈ যায়।

হঠাতে দেখা গ'ল ৰাতিৰ ঘিট্‌মিটিয়া অন্ধকাৰে ধৰাধাম আবৰি ধৰিছে। তাৰ ক্ষন্তেক পিছতে ধুনীয়া চান্দমামাই আকাশত দেখা দিয়ে। সেইদিন ধৰি আকাশত চন্দ্ৰৰ উদয় হ'বলৈ ধৰে। ❑





# ধাৰতি মাই

## (গণ্ড জনবিশ্বাস বিজড়িত কাহিনী)

(অসমৰ চাহ বাগিচাত কামকৰা লোকসকলৰ ভিতৰত মধ্যপ্ৰদেশৰ পৰা অহা অনেক জাতি-জনজাতিৰ লোক আছে। সেইসকলৰ অধিকাংশই হিন্দু আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত। পূজাৰ নিয়ম কাৰণ কিছু সুকীয়া হ'লেও তেওঁলোকে হিন্দুদেৰ দেৱীৰে পূজা কৰে। চন্দ্ৰ, সূৰ্য, পৃথিবী (ধাৰতি মাই) আদিক দেৱতা ৰূপে কল্পনা কৰে আৰু সিসকল দেৱতাৰ উদ্দেশ্যে পূজা আগ বঢ়ায়। আনকি আকাশৰ সপ্তৰ্ষি মণ্ডলৰ সপ্ত ঋৰ্ষিও পূজা লাভ কৰে। তলত পৃথিৱীৰ উৎপত্তি সম্পৰ্ককে গণ্ড উপজাতিৰ মাজত প্ৰচলিত লোক-কাহিনীৰ বৰ্ণনা দিয়া হ'ল।

গণ্ডসকলৰ ধাৰণা যে আদিতে পৃথিৱীখন অটল জলৰাশিৰ তলত নিমজ্জিত আছিল। সেই পাৰাপাৰহীন বিশাল সমুদ্ৰ পৃষ্ঠত ভাহি থকা এপাহ পদুম ফুলৰ ওপৰত গণ্ডসকলৰ সৰ্বশক্তিমান ঈশ্বৰ ঠাকুৰ দেও অধিষ্ঠান কৰিছিল।

বিস্তৃৰ্ণ থৈ থৈ জলৰাশিৰ মাজত বাস কৰা দৈত্য এটাই পৃথিৱীক গলাধকৰণ কৰিছিল। পৰিত্ৰাণৰ পথ নেপাই পৃথিৱীয়ে ৰাউচি জুৰি কান্দিছিল। পৃথিৱীৰ সেই বিষাদপূৰ্ণ ক্ৰন্দন ধ্বনি পৰমেশ্বৰ ঠাকুৰদেওৰ কাণত পৰিল। ঠাকুৰদেও বৰ মৰ্মাহত হয় আৰু ভৱিষ্যতৰ জীৱকুলৰ ধাৰক আৰু বাহক পৃথিৱীক কেনেকেনো উদ্ধাৰ কৰিব পাৰি তাৰ চিন্তাত নিমগ্ন হ'ল। অনেক চিন্তা ভাৱনাৰ পিছত ঠাকুৰ দেওৱে পৃথিৱীৰ অনুসন্ধানৰ বাবে এটি কাক পক্ষী মেলি দিয়ে। পৃথিৱীৰ সন্ধানত বিশ্ব চৰাচৰৰ বিভিন্ন ঠাইত কাউৰীটি ঘূৰি ফুৰে। দিনে-ৰাতিয়ে উৰি ফুৰা বাবে কাউৰীৰ বৰ ভাগৰ লাগে আৰু বিশাল সমুদ্ৰৰ বুকুত ওপঙি থকা পাহাৰাকৃতিৰ এক বিস্তৰ প্ৰস্তৰৰ ওপৰত ক্ষন্তেক জিৰণি ল'বলৈ বহে। প্ৰকৃততে সেই বিস্তৰ প্ৰান্তৰ কুৰ্মাবতাৰৰ পৃষ্টদেশহে আছিল। আন্ত-ক্লান্ত কাক পক্ষীক প্ৰশ্ন কৰি পৃথিৱীৰ দুৰৱস্থাৰ বিষয়ে জানিব পাৰিলে। কাকৰ দুখৰ সমভাগী হৈ ঠাকুৰ দেওৰ নিৰ্দেশ শিৰোধাৰ্য কৰি পৃথিৱী উদ্ধাৰৰ সৎ কাৰ্যত কুৰ্মাৱতাৰেও নিজৰ সম্মতি প্ৰকাশ কৰে।

কুৰ্মই অথৈ-থৈ জলৰাশিৰ মাজত ডুব দিয়ে আৰু অতি কমদিনৰ ভিতৰতে পৃথিৱীক গলাধ কৰণ কৰা দৈত্যটোৰ সন্তেদ বিচাৰি উলিয়ায়। ৰাক্ষসৰ উদৰস্থ পৃথিৱীৰ বিননি অতিকে হৃদয় বিদাৰক আছিল। সেয়ে যিমান সোনকালে পৰা যায় পৃথিৱীক ৰাক্ষসৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ কাক পক্ষী আৰু কুৰ্মাৱতাৰে অংগীকাৰ গ্ৰহণ কৰে।

ৰাক্ষসক বমি কৰাব পাৰিলেহে পৃথিৱীক উদ্ধাৰ কৰিব পৰা যাব। এই উদ্দেশ্যেৰে কুৰ্মই কাকপক্ষীক পাতালৰ ৰজা লোগান্দিৰ ওচৰলৈ লৈ যায়। কাকে ঠাকুৰদেওৰ নিৰ্দেশ

আৰু পৃথিৱীৰ উদ্ধাৰৰ পৰিকল্পনাৰ কথা লোগান্দি ৰজাক জনায়। সকলো শুনাৰ পিছত লোগান্দি ৰজাই লোহাসুৰক স্মৰণ কৰে। মুহূৰ্ত্ততে আহি লোহাসুৰ হাজিৰ হয়হি। লোহাসুৰক এটা বিশেষ ধৰণৰ লোৰ সজা নিৰ্মাণ কৰিবলৈ ৰজাই অনুৰোধ জনায়।

যথাসময়ত লোৰ সজা তৈয়াৰ হ'ল। কাক আৰু কুৰ্মাৱতাৰ দুয়ো লোৰ সজা লৈ পৃথিৱী উদ্ধাৰৰ বাবে যাত্ৰা কৰে। সজাৰ ভিতৰত এটি বিশেষ ধৰণৰ শিকলি লগোৱা আছিল। পানীৰ তলত ৰাক্ষসক বমি কৰাব পাৰিলেহে তাৰ পেটৰ পৰা পৃথিৱী বাহিৰ হৈ আহিব। তেতিয়াহে লোৰ সজাৰ শিকলিত বান্ধি পৃথিৱীক পানীৰ ওপৰলৈ তুলি আনিব পৰা হ'ব।

কাক পক্ষী আৰু কুৰ্মাৱতাৰ দুয়ো অগম্য গমন কৰি অটল পানীৰ তলত থকা ৰাক্ষসৰ বাসস্থান পালেগৈ। সেইসময়ত উদৰ পূৰণ কৰি ৰাক্ষসটো টোপনিত লালকাল দি আছিল। কিন্তু গধুৰ লোহাৰ সজা পৰাৰ প্ৰচণ্ড শব্দত তাৰ টোপনি ভাঙি যায়। অসময়ত টোপনি ভঙাত তাৰ বৰ খং উঠে আৰু সেয়ে সি লোহাৰ সজা সহ কুৰ্ম আৰু কাউৰী গিলি মুখখন মেলি দিয়ে।

ৰাক্ষসৰ কৰাল বদন দেখি কুৰ্মাৱতাৰ ভয়ত থকথককৈ কঁপিব ধৰিলে। কিন্তু চতুৰ আৰু সাহসী কাউৰীয়ে নিজৰ মহৎ উদ্দেশ্যেত অচল-অটল হৈ ৰাক্ষসটোক পৃথিৱী উদ্ধাৰৰ বাবে সৰ্বশক্তিমান ঠাকুৰদেওৰ নিৰ্দেশৰ বিষয়ে অৱগত কৰে। সামান্য কাউৰীৰ এনে মৰসাহ দেখি ৰাক্ষসৰ মেলামুখ খন্তেকৰ বাবে মেল খায়েই থাকিল। কুৰ্মাৱতাৰে ইষ্ট নাম জপ কৰি এই সুৰ্বণ সুযোগ গ্ৰহণ কৰিলে। তাৰ দীঘল ডিঙি মেলি ৰাক্ষসৰ নেলুত এটি বজ্ৰ কামোৰ বহুৱাই দিয়ে। স্বয়ং কচ্ছপৰ কামোৰ। শত চেষ্টা কৰিও ৰাক্ষসে সেই কামোৰ এৰাব নোৱাৰিলে। ফলত ৰাক্ষসটোৱে তেইশ বাৰ বমি কৰে। ৰাক্ষসৰ পেটৰ পৰা ধাৰতি মাই ওলাই আহিল। ছেগোবুজি কাক পক্ষীয়ে লোৰ সজাৰ শিকলিডাল টানিবলৈ ধৰে। কুৰ্মৱতাৰ আৰু কাক পক্ষীৰ অনেক পৰিশ্ৰম আৰু বুদ্ধিৰ ফলত পৃথিৱীক ৰাক্ষসৰ কবলৰ পৰা উদ্ধাৰ কৰা হয়।

কুৰ্মাৱতাৰ আৰু কাক পক্ষীয়ে কুমাৰী পৃথিৱীক শ্ৰীশ্ৰী ঠাকুৰ দেওৰ শ্ৰীচৰণত নিৱেদন কৰিলে। ঠাকুৰ দেওৱে পৃথিৱীক নিজৰ হাতৰ মুঠিত ধাৰণ কৰে। সেই কাৰণে পৃথিৱী গোলাকৃতি ৰূপ লয়।

পৃথিৱী উদ্ধাৰ হোৱাত ঠাকুৰদেও বৰ আনন্দিত হয়। তেওঁ উৰণ, বুৰণ, গজন আৰু ভ্ৰমণ এই চাৰি প্ৰকাৰৰ জীৱৰ-সৃষ্টি কৰি সকলো জীৱকে পৃথিৱীত সংস্থাপিত কৰে।

এনেকৈ পৃথিৱীৰ জন্ম আৰু ইয়াৰ আকাৰ ঘূৰণীয়া হোৱা বুলি গণ্ড উপজাতিয়ে বিশ্বাস কৰে। পৃথিৱী অৰ্থাৎ ধাৰতি মাইক আজিও তেওঁলোকে দেৱী অথবা মা ৰূপে পূজা কৰে।





# চবই ঘাঁহৰ উৎপত্তি কেনেকৈ হ'ল?

চাওঁতাল পৰগনাৰ পাহাৰৰ উপৰিভাগত পাহাৰীয়া নামৰ এটি জনজাতীয় লোক বাস কৰে। চাওঁতাল অথবা মুণ্ডা জনজাতিৰ লগত এওঁলোকে কোনো প্ৰকাৰৰ সামাজিক সম্পৰ্ক নেৰাখে। পাহাৰীয়া জনজাতিয়ে চবই ঘাঁহ উৎপাদন কৰাত অতিকে সিদ্ধহস্ত। এই ঘাঁহ বিক্ৰী কৰি ঘটা উপাৰ্জনৰ টকাৰে তেওঁলোকে জীৱিকা-নিৰ্বাহ কৰে। বজাৰৰ দিনত মূৰত ঘাঁহৰ ডাঙৰ ডাঙৰ বোজা লৈ সিহঁত চবই ঘাঁহ বিক্ৰী কৰিবৰ বাবে ভৈয়ামলৈ নামি আহে। এই চবই ঘাঁহ কিদৰে উৎপত্তি হ'ল সেই সম্পৰ্ক ভৈয়ামৰ চাওঁতাল জনজাতিৰ মাজত বহুল প্ৰচলিত এটি জনশ্ৰুতি আছে। তলত তাৰে বৰ্ণনা দিয়া হ'ল।

দূৰ অতীতৰ কোনো এখন চাওঁতালী গাঁৱত এজনী ভনীয়েকৰে সৈতে ছয়জন ভাই-ককাইৰ এটি দুখীয়া পৰিয়াল বাস কৰিছিল। ভাই-ককাই আটাই কেউজনে দিনৰ দিনটো শহাপহু, এন্দুৰ, হৰিণ আৰু বনৰীয়া কুকুৰা চিকাৰ কৰি জংঘলতে কটাই দিছিল। একমাত্ৰ ভনীয়েকজনী ঘৰতে থাকি ঘৰৰ যাৱতীয় সকলো কাম চম্ভালিছিল। ককায়েকহঁতৰ বাবে তাই ৰন্ধা-বঢ়াও কৰিছিল। তাই ৰন্ধাত বৰ পাকৈত আছিল। সেয়ে ককায়েকহঁতে তাইৰ হাতৰ ৰন্ধা বৰ পচন্দ কৰিছিল।

এদিনাখনৰ কথা। ঘৰত ৰান্ধিবলৈ সেইদিনা কোনো পাচলি নাছিল। ভাত ৰন্ধাৰ পিছত ছোৱালীজনী বৰ বিবুধিত পৰিল। অনেক ভাবি-চিন্তি তাই বাৰীৰ ঢাপতে গজা এমুঠি কঁচু শাক চিঙি আনিলে। তাকে ধুই পখালি কুটিবলৈ লওঁতে তাইৰ আঙুলি এটাত কাটিলে। আঙুলিৰ কটা ডোখৰৰ পৰা কেইটোপাল মান তেজ পৰি কঁচু শাকত মিহলি হৈ যায়। সেইদৰেই ভাত শাক ৰান্ধি তাই ককায়েকহঁতলৈ যতনাই থয়।

চিকাৰ খেলি অহা ককায়েকহঁতক তাই খাবলৈ দিয়ে। কঁচু শাকখিনি ককায়েকহঁতে অত্যাধিক সোৱাদ পালে। সেয়ে সিহঁতে ভনীয়েকক সোধে 'মিনি! আজিনো কঁচুশাকত কি মচলা দিছিলি? বৰ সোৱাদ পালোঁ দেখোন। কচোন ক কিনো দিছিলি শাকখিনিত।'

ভনীয়েকে ক'লে, 'দাদা, একো মচলাই দিয়া নাই। শাকখিনি কুটি থাকোঁতে মোৰ আঙুলিত কাটিছিল আৰু তাৰে পৰা ওলোৱা দুটোপাল মান তেজ শাকখিনিত মিহলি হৈছিল। কথা ইমানেই।'

তাইৰ কথা শুনি ককায়েকহঁতে নিৰৱতা অৱলম্বন কৰি খোৱা পৰ্ব সামৰিলে। তাইৰ সৰ্ব কণিষ্ঠ ককাইয়েকৰ নাম আছিল লিটা। লিটাই ভনীয়েকক বৰ মৰম কৰিছিল। সেয়ে লিটাক বাদ দি আন পাঁচজন ককায়েকে নিজৰ ভিতৰতে গুণা-গঁথা কৰিবলৈ ধৰিলে যে

ভনীয়েকৰ তেজ টোপাই যদি ইমান সোৱাদ তেতিয়াহলে তাইৰ মাংস নিশ্চয় অতি তৃপ্তি দায়ক হ'ব। সেয়ে সিহঁতে নিজৰ ভিতৰতে এটি বুদ্ধি পাঙিলে।

কেইদিন মানৰ পিছত ককায়েকহঁতে ভনীয়েকক চিকাৰলৈ যাওঁতে লগত লৈ গ'ল। লিটাই সিহঁতৰ আঁচনিৰ বিষয়ে সকলো কথা জানিব পাৰিছিল যদিও ককায়েকহঁতৰ ভয়ত সি ভনীয়েকক একোকে নক'লে।

হাবিৰ মাজত থকা এজোপা গছত এডাল লতা আঁকাই পকাই ওপৰলৈ উঠি গৈছিল। লতা ডালত চমৎকাৰ সাত ৰঙৰ ফুল ফুলি আছিল। পাঁচোজন ককায়েকে সেইজোপা গছৰ ওপৰলৈ উঠি সাত ৰঙৰ ফুল চিঙি আনিবলৈ ভনীয়েকে নিৰ্দেশ দিয়ে। ছোৱালীজনী গছত উঠিব নেজানিছিল। আনহাতে ককায়েকহঁতৰ নিৰ্দেশ অমান্য কৰিলে মাৰ খাব লাগিব। সেয়ে ভয়ত বিতত হৈ তাই গছৰ ওপৰলৈ উঠিবলৈ লয়। কিন্তু গছৰ অনেক ওপৰত ফুলা সাতৰঙৰ ফুল তাই কোনোপধ্যে চিঙিব নোৱাৰিলে। ককায়েকহঁতে তাইক অযোগ্য 'কাবাৰ' (ঘোষণা) দিয়ে আৰু তাৰ বাবে তাইক মৃত্যুদণ্ড বিহে।

আটাই কেইজন ককায়েকে তাইলৈ টোৱাই কাঁড় মাৰিবলৈ ধৰে। আনকি লিটাকো কাঁড় মাৰিবলৈ সিহঁতে বাধ্য কৰে। লিটাই যদিও ভনীয়েকলৈ টোৱাই অথালি-পথালিকৈ কাঁড় নিক্ষেপ কৰিছিল তথাপিতো ভনীয়েকক সি বচাব নোৱাৰিলে। ককাইহঁতৰ শৰত বিদ্ধ হৈ তাই গছৰ ওপৰৰ পৰা মাটিত ঢলি পৰিল। তাকে দেখি ককায়েকহঁতৰ স্ফূৰ্তিৰ সীমা নোহোৱা হয়।

সৰু ভায়েক লিটাক ভনীয়েকৰ মাংস কুটিবাচি ৰান্ধিবলৈ হুকুম দি পাঁচোজন ককায়েক দূৰণিৰ হাবিলৈ চিকাৰ কৰিবলৈ যায়। লিটাই মনৰ দুখত এটি নাদৰ পাৰত বহি মূৰে কপালে হাত থৈ উচুপি কান্দি আছিল। তাৰ অতি মৰমৰ ভনীয়েকক মাৰি পেলোৱাৰ দুখত সি বৰ কাতৰ হৈ পৰিছিল। এইদৰে কিমান সময় পাৰ হৈ গ'ল সি ক'বই পৰা নাছিল। হঠাতে তাৰ সন্মুখত নাদৰ ভিতৰৰ পৰা উঠি অহা এটা বৰ ভেকুলা দেখিহে সি সম্বিত ফিৰাই পালে। ভেকুলীটোৱে তাক সান্ত্বনা দি কয়—'কন্দা-কটা বন্ধ কৰা মোৰ সোণ মইনা। মই তোমাৰ মৰমৰ ভনীয়েৰাক পুনৰ জীয়াই তুলিব পাৰিম। তোমাৰ ভনীয়েৰৰ মৰা শটো নাদৰ পাৰলৈ লৈ আহাঁ। মই এতিয়াই তাইক জীয়াই তুলিম আৰু নাদৰ পাৰৰ হাবিৰ মাজত লুকুৱাই ৰাখিম। তোমাক মই এটা ডাঙৰ বৌমাছ দিছোঁ। সেইটোকে তুমি ৰান্ধি থোৱা। ককায়েহঁত আহিলে তাকে খাবলৈ দিবা।'

ভেকুলীৰ সান্ত্বনা বাণী শুনি লিটাৰ প্ৰাণত প্ৰাণ আহিল। সি ভনীয়েকৰ মৃতদেহটো নাদৰ পাৰলৈ আনে আৰু ভেকুলীয়ে দিয়া বৌমাছটো নি কঁকায়েকহঁতৰ বাবে ৰান্ধি থয়।

ককায়েকহঁত চিকাৰৰ পৰা আহি বৌমাছৰ আঞ্জাকে ভনীয়েকৰ মাংস বুলি ভাবি অতি তৃপ্তিৰে উদৰ পুৰণ কৰি খায়। খোৱা বোৱা শেষ কৰি ঘৰলৈ যাবলৈ ওলালত লিটাই ভনীয়েকৰ হাড় মূৰ আনে নেদেখাকৈ গাঁত খানি পোতাৰ পিছতহে ঘৰলৈ যাব বুলি





ককায়েকহঁতক জনায়। ককায়েকহঁতে তাক তাতে এৰি ঘৰলৈ যায়গৈ।

লিটাই খৰধৰকৈ গৈ ভেকুলী থকা নাদটোৰ ওচৰ চাপে। ভনীয়েকে ইতিমধ্যে পুনৰ জীৱন লাভ কৰিছিল। ভনীয়েকক জীৱন দান দিয়া বাবে ভেকুলী মহাৰাজক লিটাই অশেষ ধন্যবাদ যাচে আৰু তাৰ পৰাই বহু দূৰৈৰ দেশলৈ গৈ দুয়ো ককায়েক ভনীয়েকে জীৱন কটাবলৈ ধৰে।

দিন যাবলৈ ধৰে। ইতিমধ্যে ছোৱালীজনী চালে চকু ৰোৱা দীপলিপ ধুনীয়াজনী হৈ পৰিছিল। সেইদেশৰ ৰজাই মৃগয়া কৰিবলৈ আহোঁতে ছোৱালীজনী দেখা পাই তাইৰ ৰূপত মুগ্ধ হৈ পৰে। ৰজাই তাইক বিয়া কৰোৱাৰ প্ৰস্তাৱ আগ বঢ়ায়। লিটাই ৰজাৰ প্ৰস্তাৱ সাদৰেৰে গ্ৰহণ কৰে আৰু ধুমধামেৰে ৰজাৰ লগত ভনীয়েকক বিয়া দিয়ে। এখন ৰাজ্যৰ ৰাণী হোৱাৰ সৌভাগ্য লাভ কৰি তাই ৰজাক খাটি নিজৰ ককায়েক লিটাক তলতীয়া ৰজা পাতে।

কিছু বছৰৰ পিছত ৰজা-ৰাণীয়ে নিজৰ নাম যাউতি যুগীয়া কৰি ৰাখিবৰ বাবে তৃষ্ণাতুৰ পথিকৰ উদ্দেশ্যে এটি ডাঙৰ সাগৰ সদৃশ পুখুৰী খন্দাবলৈ লয়। এই কাৰ্যৰ ভাৰ লিটাৰ ওপৰতে ন্যস্ত কৰা হৈছিল। লিটাই দূৰ দূৰণিৰ পৰা শ্ৰমিক অনাই পুখুৰী খন্দাৰ কাম চলাইছিল।

লিটাৰ পাচোঁজন ককায়েকৰ আৰ্থিক অৱস্থা বৰ কাহিল হৈ পৰিছিল। দুবেলা দুমুঠি খোৱাৰ জোগাৰ কৰাও সিহঁতৰ পক্ষে সম্ভৱ নহৈছিল। দূৰ দেশত পুখুৰী খন্দাৰ বাবে শ্ৰমিকৰ প্ৰয়োজনৰ খবৰ তাহাঁতৰো কাণত পৰে। সেয়ে সিহঁত আটাই কেইজনে ভনীয়েকৰ পুখুৰীত কাম কৰিবলৈ আহে।

পুখুৰীৰ কাম চলি থকা অৱস্থাতে এদিন ৰাণীয়ে কাম চাবলৈ আহে। তাই পুখুৰীত কাম কৰি থকা ককায়েকহঁতক চিনি পায় আৰু নিজৰ ওচৰলৈ মতাই আনে। ককায়েকহঁতে ভনীয়েকক চিনি পায় আৰু তায়েই যে ৰাণী হৈ আছে সেইকথা জানিব পাৰি লাজ আৰু শোকত ম্ৰিয়মান হৈ পৰে। লোভ সামৰিব নোৱাৰি নকৰিব লগীয়া কাম কৰাৰ অপৰাধৰ গ্লানি সহ্য কৰিব নোৱাৰি সিহঁত বুকুত চপৰিয়াই কান্দিবলৈ ধৰে। তাহাঁতৰ পাপৰ ভাৰ সহ্য কৰিব নোৱাৰি বসুমতীত ফাটল ধৰে আৰু সিহঁত আটাইকেইজন ক্ৰমে মাটিৰ তললৈ সোমাই যায়। সিহঁতৰ মূৰলৈকে মাটিৰ তলত সোমাই যোৱাৰ লগে লগে বসুমতীৰ ফাট বন্ধ হৈ পৰে আৰু সিহঁতৰ মূৰৰ চুলিবোৰ মাটিৰ ওপৰতে ৰৈ যায়।

আই বসুমতীয়ে গিলি পেলাই দুষ্ট কঁকায়েকহঁতৰ ওপৰত প্ৰতিশোধ লয়। কিন্তু মাটিৰ ওপৰতে ৰৈ যোৱা সিহঁতৰ চুলিবোৰেই কালত চৰই ঘাঁহ ৰূপে আত্মপ্ৰকাশ কৰে।

এই চুলিবোৰৰ পৰাই চৰই ঘাঁহৰ সৃষ্টি হ'ল বুলি চাওঁতালসকলে আজিও বিশ্বাস কৰে।

# ভূএগ্ৰা ৰজা

চাওঁতাল পৰগণাত থকা আন আন জাতি-জনজাতিৰ ভিতৰত ভূএগ্ৰাসকলও লেখত ল'ব লগীয়া জাতি। বৰ ৰঙীয়াল জাতি এওঁলোক। কাম বন কৰাতকৈ মাটিৰ মাদল বজাই আনন্দ কৰাত এওঁলোকৰ ধাউতি অধিক।

চাওঁতাল পৰগণাৰ কোনো এঠাইত এখন সৰু ভূএগ্ৰা ৰাজ্য আছিল। এই ৰাজ্যত ভূএগ্ৰাৰ বাহিৰেও মুণ্ডা চাওঁতাল, ভূমিজ আদি প্ৰজাই একেলগে সুখে-শান্তিৰে বসবাস কৰিছিল। চাওঁতালসকলৰ লগত ৰজাৰ বৰ ভাল সম্পৰ্ক আছিল। চাওতালৰ কেইবাখনো গাঁৱৰ মুৰব্বীজনক পৰগনাইট বোলা হয় আৰু গাঁৱৰ গাঁওবুঢ়াক মাঝি বোলে। মাঝিয়ে কৃষকৰ পৰা খাজনা-সংগ্ৰহ কৰি পৰগণাইটক দিয়ে আৰু পৰগণাইটে ভূএগ্ৰা ৰজাৰ ৰাজভঁৰালত সেই খাজনা জমা দিয়াৰ নিয়ম। গাঁৱখনৰ খাজনা তোলাৰ উপৰিও পুলিচৰ বিষয়া হিচাপেও মাঝিয়ে দায়িত্ব পালন কৰিব লাগে।

ভূএগ্ৰা ৰজাজনে মাঝি আৰু পৰগণাইটৰ পৰামৰ্শ লৈ ৰাজ্য শাসন কৰিছিল। ৰজা প্ৰজাৰ লগত থকা মধুৰ সম্পৰ্কই ৰাজ্যখনক বলশালী আৰু সম্পদশালী কৰিছিল। কিন্তু কালৰ পিছত ভূএগ্ৰা ৰজাৰ মৃত্যু ঘটে আৰু তেওঁৰ পুত্ৰই ৰাজ সিংহাসনত আৰোহন কৰে। এইজনা ভূএগ্ৰা ৰজা বৰ পৰশ্ৰীকাতৰ আৰু হীন মনা আছিল। সৰু সুৰা কথাতে এওঁ মাঝিসকলক হাৰাশাস্তি কৰি মাৰিছিল।

ভূএগ্ৰা ৰজাই আগৰ দৰে পাৰগনাইট আৰু মাঝিৰ পৰা পৰামৰ্শ নোলোৱা হ'ল। বৰং চাওঁতালৰ গৰখীয়াসকলক গুণ্ডা বাহিনীৰ দ্বাৰা মাৰপিত কৰাইছিল আৰু গৰু গাইবোৰ ফাটেকত ভৰাই সিহঁতৰ পৰা অধিক জৰিমনা আদায় কৰিছিল। এনেদৰে লঘু দোষত সততে গুৰুদণ্ড ভোগা মাঝিসকলে ৰজাৰ বিৰুদ্ধে একত্ৰিত হৈছিল আৰু ৰজাৰ ওপৰত প্ৰতিশোধ ল'বলৈকো বুদ্ধি পাঙিছিল।

চাওঁতালসকল বৰ ৰঙীয়াল জাতি। বহু উৎসৱ পৰ্বণ তেওঁলোকে পালন কৰে। সিবিলাকৰ ভিতৰত ধান আৰু মাকৈ চপোৱাৰ পিছত চাওঁতালসকলে মাঘী চহৰাই অতি ধূমধামেৰে পালন কৰে। মাঘী চহৰাইত খোৱা-বোৱাৰ ওপৰিও দিনত ধেনু কাঁড় মৰা প্ৰতিযোগিতা আৰু ৰাতি মাদল বজাই নাচ গান কৰা হয়।

এবাৰ মাঘী চহৰাই পালন কৰি চাওঁতাল ডেকা-গাভৰুসকলে গোটেই ৰাতি নাচ গান কৰি কটাই দিয়ে। পুৱতি নিশা গাঁৱৰ ডেকাসকলে গৰু-ম'হৰ জাক লৈ চৰণীয়া পথাৰলৈ যায়। গৰু মহবোৰ চৰিবলৈ মেলি দি গছৰ গুৰিত বহি সিহঁত জিৰণি লৈছিল। কিন্তু সমগ্ৰ নিশাটো নাচগান কৰি উজাগৰে কটোৱা বাবে শীঘ্ৰেই সিহঁতৰ টোপনি ধৰিল। ফলত আটাইবোৰেই মুকলি আকাশৰ তলতে শুই পৰে। উদণ্ডীয়া গৰু ম'হ জাকে এই সুযোগতে গৈ ৰজাৰ খেতি পথাৰত সোমাই আৰু ৰজাৰ শস্যবোৰ খাই টহিলং কৰে।





ৰজাৰ চিপাহীয়ে গৰু ম'হবোৰ নি ফাটেকত ভৰাই আৰু ৰজাক মাঝি আৰু চাওঁতাল প্ৰজাবিলাকৰ বিৰুদ্ধে নালিচ লগায়গৈ। খবৰ পাই ৰজা খংগত অগ্নিশৰ্মা হয় আৰু গৰখীয়াসকলক প্ৰহাৰ কৰিবলৈ কঢ়া আদেশ দিয়ে। গৰখীয়াবিলাকক ভালকৈ উত্তম মধ্যম প্ৰহাৰ কৰি চিপাহীহঁতে ৰজাৰ আদেশ পালন কৰে। কিন্তু চাওঁতালৰ পাৰমানিক (পাৰগনাইটৰ সহকাৰী বিষয়া) বুঢ়াক চিপাহীয়ে মাৰিবলৈ খেদি যাওঁতে এটা প্ৰকাণ্ড নাগসাপে ফণা তুলি চিপাহীবোৰক খেদি যায়। ফলত চিপাহীহঁত বৰ ভয় খায় আৰু পাৰমানিকক মাৰ-ধৰ নকৰি ঘৰলৈ যাবলৈ এৰি দিয়ে। আন সকলোবোৰ গৰখীয়া মাৰ-কোবত উঠিব নোৱাৰা হৈ পথাৰতে পৰি থাকিল।

এনেদৰে মাৰ নোখোৱাকৈয়ে সাৰি যোৱা পাৰমানিকে নিজৰ গাঁৱত গৈ চাওঁতাল গৰখীয়াহঁতৰ দুৰৱস্থাৰ বিষয়ে সকলোকে জনায়। গএগ্ৰা ৰাইজে খঙত উগ্ৰ মূৰ্তি ধাৰণ কৰে আৰু পাৰগণাইটৰ তত্বাৱধানত কেইবাখনো গাঁৱৰ চাওঁতাল প্ৰজা একত্ৰিত হৈ যাঠি জোং, দা কুঠাৰ, ফাৰ্চা-টাঙ্গি আৰু ধেনু-কাঁড়লৈ ভূএগ্ৰা ৰজাক আক্ৰমণ কৰে। ভূএগ্ৰা ৰজাৰ অনেক চিপাহী চাওঁতালহঁতৰ হাতত মৰা পৰে। অৱশেষত ভূএগ্ৰা ৰজাৰ দৰ্প-চূৰ্ণ হ'ল আৰু তেওঁ পৰগনাইটৰ ওচৰত নিজৰ ভুল স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা খোজে।

পৰগণাইটে এটা চৰ্তত ৰজাক মাফ কৰিবলৈ সম্মতি প্ৰকাশ কৰে। তদমুহূৰ্ত্ততে চিপাহীৰ লাঠীৰ কোবত বেহুচ হৈ পৰি থকা চাওঁতাল গৰখীয়াসকলক আগৰ দৰে তজবজীয়া আৰু সুস্থ কৰি দিব লাগিব। ৰজাই তেওঁলোকৰ দাবী মানি ল'লে।

ক্ষন্তেকৰ পিছতে ৰজাই কেইজনমান চিপাহীৰে সৈতে সেই ঠাই পালেগৈ য'ত চাওঁতাল গৰখীয়াবোৰ মাৰ খাই পৰি আছিল। ৰজাই হাতৰ মোনাটো চিপাহীক দি প্ৰতিজন অচেতন গৰখীয়াৰ নাকত তাৰ পৰা দৰৱ উলিয়াই সুঙাই দিবলৈ আদেশ কৰে। দৰৱে যাদু মন্ত্ৰৰ দৰে কাম কৰিবলৈ ধৰিলে। কিয়নো অকণমান দৰৱ লৈ নাকৰ ভিতৰত সোমোৱাই যঁহি দিয়াৰ লগে লগে অচেতন গৰখীয়াবোৰ জপিয়াই উঠি নিজৰ ঘৰৰ পিনে দামুৰি চেঁকুৰা দি দৌৰিবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে আটাইবোৰ গৰখীয়া সুস্থ হৈ সেই ঠাইৰ পৰা গুচি যায়। ৰজাৰ এই অলৌকিক কাৰ্য দেখি চাওঁতাল প্ৰজাসকলে বৰ আচৰিত হয়। সিহঁতৰ অনুৰোধ এৰাব নোৱাৰি ৰজাইনো কি দৰৱ প্ৰয়োগ কৰিলে পাৰমানিকে জানিব বিচাৰে। ৰজাই দৰৱৰ মোনাটো চিপাহীক হাতৰ পৰা লৈ পাৰমানিকক চমজাই দিয়ে।

মোনাৰ ভিতৰত লুথুৰি-পিঠা সদৃশ জলকীয়া গুৰিৰ পিঠা দেখি পাৰমানিকৰ হাঁহি উঠি গ'ল। কথাষাৰ সকলোৱে মাজত জনাজনি হোৱাত প্ৰজাসকলৰ মাজতো হাঁহিৰ ৰোল উঠে।

ৰজাই পাৰগনাইট, পাৰমাণিক আৰু মাঝিক বুকুত সাৱটি লয়। সিদিনাৰ পৰা উভয় সম্প্ৰদায়ৰ মাজত পাৰস্পৰিক বুজাপৰা দৃঢ় হয় আৰু তেওঁলোক সকলোৱেই সুখে শান্তিৰে কালতিপাত কৰিবলৈ ধৰিলে।

# ছাহুঁৰ ঢুকা

চাওঁতাল জনজাতিৰ লোকে পুনৰ জন্ম বিশ্বাস কৰে। অগণন ভূত-প্ৰেত, ডাইনী-যখিনী আদিৰ ওপৰতো তেওঁলোকৰ অগাধ বিশ্বাস। আত্মা অথবা প্ৰেতাত্মাৰ প্ৰতিও তেওঁলোকৰ বিশ্বাস কম নহয়। তেওঁলোকৰ মতে এজন জীৱিত ব্যক্তিয়ে পৰিয়ালৰ সুখ-দুখত যিদৰে অংশ গ্ৰহণ কৰে সেই একেদৰেই পৰিয়ালৰ যিকোনো মৃতকৰ আত্মাইও নিজৰ পৰিয়ালৰ মঙ্গল-অমঙ্গলৰ ওপৰত নিৰ্ণায়ক ভূমিকা গ্ৰহণ কৰে।

অন্যান্য চাহ জনজাতিৰ দৰেই চাওঁতালসকলেও মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে শ্ৰাদ্ধ সকাম পাতে। ভগবান, দেৱ-দেৱী আৰু মৃতকৰ উদ্দেশ্যে পূজা পাতল আগ বঢ়ায়। এইখিনি কৰ্ম সম্পাদন কৰাৰ পিছত ৰাতি এপ্ৰহৰ মান যোৱাত তেওঁলোকে মৃতকৰ আত্মাক আমন্ত্ৰণ কৰিবলৈ যায়।

সাধাৰণতে ঘৰৰ ভিতৰত থকা পূজাৰ বেদীৰ একাষত মৃতকৰ আত্মাৰ বাবে স্থান নিৰ্ধাৰণ কৰা হয়। আত্মাৰ গৃহ-প্ৰৱেশ হ'লে এইঠাই ডোখৰতে প্ৰতিষ্ঠা কৰি পূজা দিয়ে আৰু আগলৈকো বছৰি বছৰি সেই অনুক্ৰমে পূজা পাতল দি থকা হয়।

মৃত আত্মাই গৃহ প্ৰৱেশ কৰে নে নকৰে তাৰ প্ৰমাণ চোৱাৰ নিয়মো তেওঁলোকৰ মাজত আছে। এই উদ্দেশ্যেৰে তেওঁলোকে পূজাৰ বাবে নিৰ্ধাৰিণ কৰা স্থানৰ পৰা ঘৰৰ পদূলি মুখলৈকে পিঠা গুৰি ছটিয়াই থয়।

ৰাতি আত্মাৰ সন্তোষ্টিৰ বাবে পূজা কৰাৰ পিছতে মুখীয়াল তিনিজনমান ব্যক্তিৰ সহযোগত মুখাগ্নি কৰা ব্ৰতধাৰী লোকজনে আত্মাক আমন্ত্ৰণ কৰিবৰ বাবে ঘৰৰ বাহিৰলৈ ওলাই যায়। কিছুদূৰ গৈ মৃতব্যক্তিৰ নাম কাঢ়ি তিনিবাৰ চিঞৰি চিঞৰি মাতে। কথিত আছে যে তিনিবাৰ মতাৰ লগে লগে আত্মাটোৱে মৃতকৰ স্বৰৰ অনুকূল স্বৰেৰে সহাৰি জনায়। ইয়াৰ লগে লগে সমদলটোৱে ঘৰলৈ প্ৰত্যাৱৰ্তন কৰে। আত্মাইও হেনো তেওঁলোকৰ পিছে পিছে আহি থাকে আৰু গৃহত প্ৰৱেশ কৰি নিজৰ বাবে নিৰ্ধাৰিত কৰি ৰখা আসনত উপৱিষ্ট হয়।

আত্মা গৃহ প্ৰৱেশ কৰোঁতে মৃতব্যক্তিৰ পদচিহ্ন ঘৰৰ ভিতৰত ছটিয়াই থোৱা পিঠা গুৰিৰ ওপৰত পৰে। পিছদিনা পুৱা সেই পদচিহ্ন দেখা পালে আত্মাই গৃহ প্ৰৱেশ কৰা বুলি চাওঁতালসকলে বিশ্বাস কৰে। আনহাতে আত্মা যদিহে গৃহ প্ৰৱেশ নকৰে তেনেহ'লে ঘৰখনত আপায়-অমঙ্গল হ'ব বুলি তেওঁলোকে ধাৰণা কৰে।





# মৃত্যু নে অপমৃত্যু

চাহ জনজাতিৰ লোকসকলৰ মাজত বহুতো অন্ধবিশ্বাস আৰু কুসংস্কাৰ প্ৰচলিত হৈ আছে। তাৰ ভিতৰত মানুহৰ মৃত্যুৰ ওপৰত মুণ্ডা-জনজাতিৰ মাজত অনাদি কালৰে পৰা চলি অহা জন-বিশ্বাসৰ প্ৰতি আলোকপাত কৰা হ'ল।

মুণ্ডা জনজাতিৰ লোকসকলে মৃত-ব্যক্তিৰ বিচনাৰ চাৰিওফালে ফুট ছাই ছটিয়াই দিয়ে। তাৰ পিছতহে মৃতদেহ সৎকাৰ কৰিবলৈ শ্মশান লৈ নিয়া হয়। সাধাৰণতে বয়সিয়াল লোকক 'মাটি দিয়া' অৰ্থাৎ কবৰ দিয়া হয়। আৰ্থিক অনাটনত জুৰুলা গৰীব মানুহে খৰি কাঠ জোগাৰ কৰিব নোৱাৰিলে বয়ঃপ্ৰাপ্ত মৃতব্যক্তিকো কবৰ দিয়া হয়। শৱ সৎকাৰ কৰি ঘূৰি আহি বিচনাৰ চাৰিওফালে চটিয়াই থৈ যোৱা ফুটছাইখিনি পৰ্যবেক্ষণ কৰে। যদিহে ছাইৰ ওপৰত কোনো মানুহৰ অথবা আন কোনো জীৱ-জন্তুৰ পদচিহ্ন থকা দেখা পায় তেতিয়া হ'লে তেনে মৃত্যু অস্বাভাৱিক মৃত্যু বুলি ধৰা হয়। আনহাতে যদিহে ছাইৰ ওপৰত একো চিন চাব দেখা নেপায় তেন্তে সেই মৃত্যু বিধিৰ-বিধানৰ অৱধাৰিত, স্বাভাৱিক মৃত্যু বুলি ধৰা হয়।

মুণ্ডা-জনজাতিৰ মাজত মানুহ এজনৰ মৃত্যু সাধাৰণ মৃত্যু নে অপমৃত্যু সেইকথা ঠাৱৰ কৰাৰ আন এটি অভিনৱ পন্থা প্ৰচলিত থকা দেখা যায়। আনহে নেলাগে খৃষ্টান জনগোষ্ঠীৰ লোকসকলো ইয়াৰ ঊৰ্ধত উঠিব পৰা নাই।

খৃষ্টানসকলে মৃতদেহ 'কফিন' বাকচত ভৰাই কবৰ দিয়ে। কবৰৰ গাঁতটোৰ যথেষ্ট অংশ এই বাকচটোৱে দখল কৰে। তথাপিতো কিছুমান মানুহৰ কবৰ গাঁতটোৰ পৰা খান্দি অনা মাটিৰ দ্বাৰা সম্পূৰ্ণ নহয়। আন ঠাইৰ পৰা মাটি খান্দি আনি কবৰটো পূৰা কৰিব লগা হয়। যদিহে কবৰৰ পৰা খান্দি অনা মাটিৰ কবৰৰ গাঁতটো পুনৰ ভৰাব পৰা যায় তেন্তে সেই মৃত্যু স্বাভাৱিক মৃত্যু বুলি ধৰা হয় আৰু ইয়াৰ অন্যথাই অপমৃত্যু বুলি ঠাৱৰ কৰা হয়। এনে অপমৃত্যু কোনোবা ডাইন, গুণীন অথবা অপদেৱতাৰ ৰোষত পৰ হোৱা বুলি বিশ্বাস কৰে।

# ওলট বাঘা

বহুত দিনৰ আগৰ কথা। ইংৰাজ চৰকাৰৰ শাসন আৰম্ভ হৈছে তেতিয়া। বঙ্গ, বিহাৰ আদিত আমাৰ দেশীয় ৰজাক যুদ্ধত পৰাজয় কৰি চতুৰ ইংৰাজসকলে আমাৰ দেশৰ মাটি অধিকাৰ কৰি লৈছে। সেই সময়ৰ কথা। আমাৰ দেশত বৰ ডাঙৰ আকাল হৈছিল। খাবলৈ নেপাই বহু মানুহ মৃত্যুৰ মুখত পৰিছিল। অতি দীঘলীয়া অনাবৃষ্টিৰ ফলত খেতি পথাৰবোৰ চিৰাল-ফটা দিছিল। ছোটনাগপুৰৰ হাজাৰিবাগ জিলাৰ মানুহবোৰৰ অৱস্থা পানীত হাঁহ-নচৰাৰ দৰে হৈছিল। খাদ্য আৰু পানীৰ বাবে তেওঁলোকৰ মাজত হাহাকাৰ লাগি পৰিছিল। নদীৰ বুকু শুকাই গৈছিল আৰু লুগু পাহাৰৰ ঘাঁহ বনবোৰো মৰি গৈছিল। ঘৰচীয়া জীৱ-জন্তুবোৰ আহাৰৰ অভাৱত, পানীৰ অভাৱত মৰি মৰি শেষ হৈ আহিছিল। দুৰ্ভিক্ষ পীড়িত মানুহে মৰি যোৱা জন্তুৰো মাংস খাই জীৱন-ধাৰণ কৰিব লগা হৈছিল। আনকি গাঁতৰ মৰা এন্দুৰ, সাঁপ, গুঁইসাপ, বনৰীয়া জীৱ-জন্তু আৰু হাবিৰ গছ-লতাৰ শিপা আলু-কঁচুও পাত সিজাই খাই কোনো মতে মানুহবোৰ জীয়াই আছিল। এইদৰে জীৱন-যুদ্ধত সংগ্ৰাম চলাই জীয়াই থকা মানুহৰ মাজৰ পৰা শই শই শিশু, বৃদ্ধ-বৃদ্ধা আৰু ৰুগ্ন তিৰোতাই অকাল-মৃত্যুক অৱধাৰিত ভাৱেই সাৱটি লৈছিল।

তেনে এক দুঃসময়তে বক্ৰ কুলগঃ গাঁৱত দুজন আৰকাঠিৰ আগমন ঘটিছিল। এহাতত তেওঁলোকৰ খোৱা বস্তুৰ টোপোলা আৰু আন হাতত খমখমীয়া চিকা ৰূপৰ টকা। দালাল দুজনে অসম নামৰ এটা অচিন অজান মুলুকৰ বিষয়ে বহুতো মন ভুলোৱা লোভনীয় কথা কৈছিল। অসমত হেনো চাহ নামৰ এবিধ গছ আছে। ডাঠ অৰণ্যৰ মাজত এই গছবোৰ জন্মে। গছবোৰৰ গুৰি খুচৰিলে সোণ পোৱা যায়। তাতে অসমত খোৱা বস্তুৰো কোনো অভাৱ নাই। সেয়ে অসম মুলুকলৈ গ'লে অতি কমদিনৰ ভিতৰতে মানুহ চহকী হৈ যায়।

এইবিলাক কথা শুনি খাবলৈ নোপোৱা মানুহখিনি বৰ প্ৰলুব্ধ হ'ল। অসমখনক কিবা যাদুৰ দেশ বুলি ভাবিলে। সিহঁতৰ মেলামুখ অধিক মেলখাই যায়। বিশ্বাস-অবিশ্বাসৰ মাজত দোদুল্যমান মানুহবোৰক সিহঁতে বিনা-পইচাতে খোৱা বস্তু দিয়ে। খোৱা বস্তু দিব নোৱাৰাখিনিক পইচা দিয়ে। মানুহবোৰে হাততে স্বৰ্গ ঢুকি পোৱা যেন পাইছিল। তাৰ পিছত সিহঁতে দুৰ্ভিক্ষ-পীড়িত মানুহখিনিক উদ্দেশ্য কৰি কয়, 'বাপ মাই ভাই বহিন! তোমালোক আমাৰ লগত বলা। অসাম মুলুক বৰ ভাল মুলুক। তালৈ গ'লে তোমালোকৰ সব দুখ তকলীপ দূৰ হৈ যাব।'

গাঁৱৰ মানুহে ধৰ্য ধৰি সকলো কথা শুনিলে। পিছে গাঁৱৰ মূৰবী মাহাত্তজনক নোসোধাকৈ আৰু তেওঁৰ হুকুম নোলোৱাকৈ কোনোৱে দূৰণিৰ দেশলৈ যাবলৈ ইচ্ছা প্ৰকাশ নকৰিলে।





তেওঁলোক খাবলৈ নেপাই লাগিলে পূৰ্বপুৰুষ প্ৰদত্ত মাটিত হাড়কে পেলাব, তথাপিতো নিজৰ বাপ-দাদাৰ জাগা-জমিন পৰিত্যাগ কৰি আনৰ দেশলৈ নেযায়।

আৰকাঠিয়াই গাঁৱখনৰ মহত্বকো বহুত লোভ দেখুৱালে। গাঁৱৰ মানুহ পঠালে বকচিচ দিয়াৰ কথা ক'লে। পিছে হিতে বিপৰীত হ'ল। খঙত জ্বলি পকি অগ্নিশৰ্মা হৈ মাহত্বই ক'লে-'মানুহ বেছি মই টকা ঘটিম! শ্যালাহুহজৰা, বাঘখোঁকা কাঁহিকা। ভাগ মোৰ ঘৰৰ পৰা। এতিয়াই ওলাই যা। নহ'লে মৰিয়াই পিঠি লাল কৰিম।'

কথা বিষম দেখি দুয়োজন আৰকাঠিয়াই পলাই ফাট মাৰিলে।

দিন চেৰেকৰ পিছত মাহত্বৰ পুতেক আৰু ভায়েক আন দুজন বনকৰা মানুহৰ সৈতে ম'হ আৰু গৰুবোৰ চৰাবলৈ লুগু পাহাৰৰ অৰণ্যৰ ফালে লৈ গৈছিল। পাহৰত ঘাঁহৰ নাম গোন্ধ নাছিল। সেয়ে গছৰ শিপা, আলু আৰু পাত চিঙিচিঙি সিহঁতে গৰু ম'হবোৰক খুৱাই ফুৰিছিল। হঠাতে বেতনীৰ আঁৰত সিহঁতে মানুহ এজন দেখা পালে। মানুহটোৱে গৰু জাকৰ ভিতৰৰ পৰা গাই এজনী খেদি লৈ গৈছিল। তাকে দেখি এজন গৰখীয়াই মানুহজনৰ ফালে খেদামাৰি যায়। কিন্তু মানুহজনৰ ওচৰ গৈ পোৱাৰ লগে লগে আচম্বিতে এটা খৰ্বাকৃতিৰ বাঘ ওলাই আহে আৰু গৰখীয়াজনক ধৰি ডিঙি মুচৰি মাৰি পেলায়। তাৰ জোঙা নখেৰে মানুহটোৰ পেটফালি চিৰাচিৰি কৰি দিয়ে। ফলত নিমিষতে মানুহটোৰ প্ৰাণবায়ু তাৰ দেহৰ পৰা বাজ হৈ যায়।

চকুৰ পচাৰতে এনে লোমহৰ্ষক ঘটনা ঘটি যোৱা আন দুজন মানুহ ভয় আৰু শঙ্কাত পেঁপুৱা লাগিল। তেজে তুমুলি দি মৃত্যু যান্ত্ৰণাত লগৰে এজনক চট্‌ফটাই থকা দেখি ল'ৰা-লৰিকৈ দুয়ো মৃত্যু যাত্ৰীৰ ওচৰ চাপি গ'ল। নিথৰ হৈ পৰা মৃত দেহটোৰ ফালে সিহঁত অপলক নয়নে মাথোঁ চাই ৰ'ল।

তিলনী পৰ্যন্ত ভাতৰ মাৰ চানাৰ ভুচি আৰু শুকান খেৰ খুৱাই গৰু ম'হবোৰ গোহালিতে বান্ধি ৰখা হ'ল। ভোকাতুৰ পশু-ধনবোৰৰ পেটৰ ক্ষুধা দেখি মাহত্বৰ অন্তৰ পমি গ'ল। সেয়ে চতুৰ্থ দিনা গৰু-ম'হৰ পাল খেদি দুজন গৰখীয়াৰ সৈতে মাহত্বই লুগু পাহাৰলৈ যাত্ৰা কৰিলে। সেয়াই আছিল মাহত্বৰ অন্তিম যাত্ৰা।

লুগু পাহাৰত গছৰ পাত কাটি কাটি গৰু জাকক তেওঁ খুৱাবলৈ ধৰিলে। দিনটো সুকলমে পাৰ হ'ল। বেলি লহিয়াবলৈ লওঁতে তেওঁ গৰু গাইবোৰ খেদি ঘৰমুৱা হ'বলৈ যত্ন কৰে। গৰখীয়া দুজনৰে সৈতে মাহত্ব আহি আছে। এনেতে কিবা এক উৎকট দুৰ্গন্ধই সিহঁতৰ নাক সোপা মাৰি ধৰিলে। গৰু ম'হবোৰ ডিঙি মেলি ইফালে-সিফালে চাবলৈ ধৰে। ক্ৰমে জন্তুবোৰৰ মাজত চঞ্চলতা দেখা দিয়ে আৰু ডিঙি দীঘল কৰি নেজ দাঙি যেনি-তেনি পলাবলৈ ধৰিলে।

গৰুবোৰৰ পিছে পিছে তিনিজন গৰখীয়া তিনিফালে যাব লগাত পৰিল। দামুৰি এজনীৰ ডিঙিত নিশকটীয়া বাঘ এটা জপিয়াই পৰা দেখি হাতৰ টাঙিখন (কুঠাৰ) দাঙি মাহত্বই

সেইপিনে চোচা ল'লে। কিন্তু লতাত লাগি ধৰি মাহত্ত লুটিখাই পৰে। ঠিক তেনে মুহূৰ্ততে জোপোহাৰ আঁৰৰ পৰা বাঘ এটা ওলাই আহি মাহত্তৰ বুকুতে জপিয়াই পৰেহি। বাঘ আৰু মানুহৰ দুৰ্বাদল যুদ্ধ চলিল। পিছে বাঘটোৱে মাহত্তৰ চকু দুয়োটা আঁজুৰি নিয়ে। অন্ধ মহত্বই হাতৰ টাঙিখন সমানে চলাই থাকিল। কিন্তু অধিক সময় তেওঁ তিষ্ঠি থাকিব নোৱাৰিলে। আঘাতৰ উপৰি আঘাত সহ্য কৰি লুপ্ত পাহাৰৰ মাটি ৰাঙলী কৰি তেওঁ ঢলি পৰিল। নিঠৰ নিষ্প্ৰাণ মাহত্তৰ দেহ বালিত মুখ ঠেকেচা খাই পৰি ৰ'ল। বাঘটোৱে মাহত্তৰ পেটফালি চিৰাচিৰ কৰিলে। তেনে সময়তে আন দুজন গৰখীয়া আহি সেইখিনি ঠাইত উপস্থিত হয়হি। গৰখীয়া দুজনক দেখি বাঘটোৱে পলাবলৈ ধৰিলে। হাতত উদাত্ত টাঙিলৈ সিহঁত দুয়ো বাঘটোক খেদি গ'ল। এনেকৈয়ে কিছু বেলি খেদা-খেদি হোৱাৰ পিছত বাঘটোৱে হঠাতে মানুহৰ ৰূপ ধাৰণ কৰা সিহঁতে স্বচক্ষে দেখা পালে। সিহঁতৰ চকু কপালত উঠিল। এনে কথাও হ'ব পাৰে নে বাৰু? যাদুৰ বলত মানুহ 'ওলট বাঘা' (বাঘ) হয় বুলি ওলোৱা গুজবটোৰ কথা সিহঁতৰ মনত পৰি গ'ল।

পিছদিনা মানুহ বাঘ হোৱাৰ কথা বনজুই বিয়পাদি সমগ্ৰ অঞ্চলতে বিয়পি পৰিল। এফালে দুৰ্ভিক্ষ আৰু আনফালে ওলট বাঘাৰ উৎপাতত মানুহখিনি কিংকৰ্তব্যবিমূঢ় হৈ পৰিল।

আনপিনে বাটৰ কাঁইট উভলাৰ পিছত দালালক বাধা দিবলৈ গাঁৱত খামি ডাঁঠ মানুহ নোহোৱা হৈ পৰিল। সেয়ে দালালৰ লোভনীয় কথাত ভোল গৈ আৰু জীয়াই থকাৰ তাগিদাত দলে দলে মানুহবোৰ অসম নামৰ এক অচিন মুলুকলৈ যাত্ৰা কৰিলে। বাঘৰ ছালপিন্ধি আৰকাঠিয়া দালালবোৰে যে ওলট বাঘা (মানুহ বাঘ) সজাইছিল হোজা গাঁৱলীয়া মানুহখিনিয়ে সেইকথাৰ ভুকে নেপালে। তেওঁলোক দেশৰ পৰা আহি অসম পালেহি আৰু অসমত পুৰুষানুক্ৰমে লুপ্ত পাহাৰত ওলট বাঘা ওলাই মানুহ মৰাৰ কাহিনী উত্তৰ পুৰুষসকলক ক'বলৈ ধৰিলে। সেই কাহিনী কিছু পৰিমাণে আজিও তেওঁলোকৰ মাজত প্ৰচলিত হৈ আছে।





# কা ৰকম কেন্দ হ্যাকায়?

ভাটী মুলুকৰ পৰা অহা চাহ শ্ৰমিকসকল অসমৰ বহু বস্তুৰ লগত প্ৰথম অৱস্থাত পৰিচয় হোৱা নাছিল। হাটে-বজাৰে, বাটে-ঘাটে পোৱা বহু বস্তু চিনি নোপোৱা বাবে তেওঁলোক বৰ আহুকলীয়া অৱস্থাত পৰিছিল। এদিন এজনে বজাৰত কল কিনিবলৈ গৈ নিজৰ ভাষাতে কলৰ দাম সোধাত গাঁৱলীয়া বেপাৰি কেইজনে তেওঁক বৰকৈ উত্তম-মাধ্যম প্ৰহাৰ কৰে। পিছত যেনিবা কলৰ প্ৰতিশব্দ টো যে অসমীয়া ভাষাত এটা অশালীন শব্দ সেইটো তেওঁলোকে বুজিব পাৰে। তেতিয়া বাগানীয়া মানুহ কেইজন মানে মন্তব্য কৰে যে - 'এক দেশকে বলি আৰ এক দেশকে গৰি।'

অন্য এদিন এজন মানুহ বজাৰলৈ গৈছিল। তেওঁ বজাৰত খুউব ধুনীয়া পকা কেন্দফল দেখা পায়। সেইফল দেখি তেওঁৰ বৰ লোভ লাগে। কিন্তু কল কিনিবলৈ গৈ বজাৰত বস্তুটোৰ নাম কোৱা বাবেই তেওঁৰ লগৰে এজনে মাৰখোৱাৰ স্মৃতি তেওঁৰ সজীৱ হৈ আছিল। সেয়ে তেওঁ বস্তুটোৰ নাম ক'বলৈ ভয় কৰিলে। নাম নোকোৱাকৈ দুসেৰ কেন্দফল কিনি তেওঁ ঘৰলৈ লৈ যায়।

ঘৰৰ গৃহিনীয়ে কেন্দখিনি দেখি বৰ ৰং পালে আৰু ল'ৰা-ছোৱালীকৈ বটোৱাত ভৰাই সিজিবলৈ দিয়ে। বহু সময় ধৰি বকবককৈ উতলাৰ পিছতো কেন্দ কিন্তু নিসিজিল। খোৱাৰ উপযুক্ত নহ'ল যে নহ'লেই। অৱশেষত উপায় নেপায় সেইবোৰ তেওঁলোকে বাহিৰলৈ উলিয়াই পেলাই দিয়ে।

পিছদিনা পুৱা লাইন চকীদাৰজন তেওঁলোকৰ ঘৰলৈ আহে। ঘৰৰ গৃহস্থ আৰু গৃহিনীয়ে সমস্বৰে তেওঁক সুধিলে—চকীদাৰ ভাই! কা ৰকম কেন্দ লাগায় দেখাত গ। সি জৰ নাই কাৰ হ্যায়।'

গৃহস্থৰ কথা শুনি চকীদাৰে পেলাই দিয়া কেন্দখিনি চালেগৈ। সেইবোৰ দেখি চকীদাৰ জনৰ হাঁহিত পেটৰ নাৰী-ভুৰু চিগি যোৱাৰ উপক্ৰম হ'ল।

বহু কষ্টেৰে তেওঁ হাঁহি সামৰি গৃহস্থক কয় "ভায়া হামৰ। বহিন হামৰ। আসাম মুলক মে বহুত ৰকম চিজ হ্যায়। ইটা কেন্দ নাই লাগ। তামোলহে লাগ। কস্মিন কালেও তামুল নেদেখা বাবে সিহঁতে তামোল কেন্দ বুলি ভাবি সিজাইছিল।

# সটঙা

সটঙা বা সৰকা ধৰাৰ কথা চাহবাগিছাৰ সকলোৰে জানে। সাধাৰণতে বহাগ জেঠ মাহত চাহ বাগিচাত যেতিয়া নতুনকৈ কুঁহিপাত ওলাই সেই সময়ৰ পৰা বাগিচাৰ কলঘৰ চলোৱা আৰম্ভ কৰালৈকে সটঙাৰ কথা বৰকৈ প্ৰচাৰ হোৱা দেখা গৈছিল।

চাহ বাগিচাত বহুল ভাৱে প্ৰচাৰিত জন-বিশ্বাস অনুযায়ী সটঙাবোৰ বাগিচাৰ বাহিৰৰ পৰা অনা লোক। বাগিচা কৰ্তৃপক্ষই ইহঁতক হেনো নিয়োগ কৰে। লাইনৰ ল'ৰা-ছোৱালী ধৰিবলৈ। সটঙাই ৰাতিৰ আন্ধাৰত অথবা আন কোনো সুবিধাজনক সময়ত অকলশৰে থকা ল'ৰা-ছোৱালী পালে ধৰি লৈ যায়। এই কাৰ্যৰ বাবে নানান কৌশল প্ৰয়োগৰ লগতে সম্মোহনী বিদ্যাও প্ৰয়োগ কৰে। ধৰি নিয়া ল'ৰা-ছোৱালীক বাগিচাৰ পৰিচালকৰ হাতত গটাই দিয়ে। দোভাগ নিশা তেনেদৰে ধৃত ল'ৰা বা ছোৱালীক কলঘৰত বলি দিয়া হয়। তেতিয়াহে হেনো কলঘৰৰ মেচিনবোৰ সক্ৰিয় হৈ উঠে। কলঘৰ চলিবলৈ ধৰে আৰু সেই কলঘৰতে চাহপাত তৈয়াৰ কৰা হয়।

চাহ বাগিচাৰ কলঘৰবোৰ কাৰ্যক্ষম কৰিবৰ বাবে নৰৰক্তৰ প্ৰয়োজন আৰু তাৰ বাবেই সটঙা নিয়োগ কৰা হয়।

পিছে সটঙাৰ নিয়োগ, ল'ৰা-ছোৱালী ধৰা আৰু কলঘৰত নৰ ৰক্ত উছৰ্গা কৰা। এই সকলবোৰেই আছিল উদ্দেশ্যে প্ৰণোদিত এটি অপপ্ৰচাৰ মাথোন। যিহেতু সৰু কালত আমিও সটঙাৰ কথা শুনিছিলোঁ। জনাকীৰ্ণ গাঁৱলীয়া পৰিৱেশত থকা সত্বেও সৰু বয়সত চাহ বাগিছাৰ সটঙাৰ কথা শুনি আমিও ভয়ত পেঁপুৱা লাগিছিলোঁ। চোতালৰ পূব কোণত থকা তুলসীৰ তলত সন্ধ্যা বন্তি জ্বলোৱাৰ পিছতে ঘৰৰ ভিতৰত সোমাই পৰোঁ। তাৰ পিছত অকলশৰে চোতাললৈ ওলাই অহা নহয়। তদুপৰি কুকুৰে ভুকিলে অথবা চোমনিৰ গছৰ ডালৰ পৰা ভাহি অহা ফেঁচাৰ উকলি বা নিয়তি চৰাইৰ নিউ নিউ মাত শুনিলেও আমি সটঙা অঙা বুলিয়েই ধৰি লৈছিলোঁ। মুঠৰ ওপৰত সটঙা অহাৰ অমূলক ভয়ত আমি কম্পমান হৈ পৰিছিলোঁ।

বয়স হোৱাতহে বুজিব পাৰিলোঁ যে সটঙা বা সৰকা ধৰাৰ বিষয়ে যি প্ৰচাৰ চলোৱা হৈছিল সেয়া সম্পূৰ্ণ মিছা কথা। এটি অপপ্ৰচাৰ মাথোন। প্ৰকৃততে বৃটিছৰ যুগৰ পৰাই চলাই অহা এটি অপপ্ৰচাৰহে। এনে অপপ্ৰচাৰৰ দ্বাৰা সহজ-সৰল চাহ শ্ৰমিকসকলক ভয়ভীত কৰা হৈছিল। নতুন চাহপাত ওলোৱাৰ পিছতহে বাগিচাত খেতিৰ ভৰপক হয়। এইখিনি সময়ত বাগিচাৰ পৰা শ্ৰমিক ওলাই গুছি গ'লে চাহ খেতিয়কৰ বৰ লোকচান হয়। তাতে এখন বাগিছাৰ চাহ শ্ৰমিকৰ প্ৰলোভন দি আন চাহ বাগিচালৈ নিয়াৰ অথবা অন্য কোনো কামৰ বাবে নিয়াৰ প্ৰতিযোগিতাও চলিছিল। সেয়ে মিছাকৈয়ে সটঙাৰ সৃষ্টি কৰা হৈছিল। এক বাগিছাৰ শ্ৰমিক যাতে আন বাগিচালৈ অথবা আন কোনো ঠাইলৈ নেযায় তাৰ বাবে শ্ৰমিক আৰু শ্ৰমিকৰ সতি-সন্ততিসকলক ভীতিগ্ৰস্থ কৰি ৰাখিবলৈকে হয়তো সটঙাৰ সহায় লোৱা হৈছিল।





# ঘৰ পসা (ঘৰ পচা)

কুৰ্মি কুলৰ লোকসকলে নিজকে কুৰ্ম ঋষিৰ সন্তান বুলি বিশ্বাস কৰে। আকৌ প্ৰৱাদ আছে যে কুৰ্মই কাশ্যপ। আনপিনে ভগবানেও এবাৰ কুৰ্ম অৱতাৰ গ্ৰহণ কৰি জলমগ্ন পৃথিৱীক উদ্ধাৰ কৰিছিল। এই কুৰ্ম ভগবান অথবা কুৰ্ম কাশ্যপ ঋষিৰ বংশধৰসকলেই কালত কুৰ্মি নামেৰে জনাজাত হৈ পৰে।

কুৰ্ম কাশ্যপ ঋষিৰ বংশোদ্ভৱ কুলীন কুৰ্মিসকলে অখাদ্য কুখাদ্য ভক্ষণ নকৰিছিল। তেওঁলোকৰ খাদ্যাভাস মূলত সাত্বিক আছিল যদিও কিছুৰে পাৰ চৰাই আৰু ছাগলী মাংস ভক্ষণ কৰিছিল। আন জীৱ-জন্তুৰ মাংস ভক্ষণ কৰা তেওঁলোকে পাপ কাৰ্য বুলি ভাৱে।

কথিত আছে যে এবাৰ এটি কুৰ্মি পৰিয়ালৰ বুঢ়া মেথা তিনিজনে ন ক্ৰোশ (২৭ মাইল) আঁতৰৰ কুৰ্মি পৰিয়াল এটিত আলহী হৈছিল। বৈবাহিক সম্পৰ্ক স্থাপন কৰাই তেওঁলোকৰ উদ্দেশ্য আছিল। যাতায়তৰ কোনো ব্যৱস্থা নথকা প্ৰায় দুশ মান বছৰৰ আগৰ হাজাৰিবাগ জিলাৰ কুৰ্মিসকলৰ মাজত ইমান দূৰণিৰ আন গাঁৱলৈ ছোৱালী বিচাৰি যোৱাৰ প্ৰথাৰ সহজ প্ৰচলন নাছিল। কিন্তু নিজৰ গাঁৱত উপযুক্ত পাত্ৰী নথকা বাবেহে অনিশ্চা সত্বেও দূৰৈৰ গাঁৱলৈ যাব লগা হৈছিল।

আলহী গৈ পোৱাৰ লগে লগে গৃহস্থই হাত মুখ আৰু ভৰি ধুবলৈ যথা নিয়মে লোটাপানী যাঁচে। বহিবলৈ আসন পাৰি দিয়ে। গাঁৱৰ আৰু পৰিয়ালৰ কুশল মঙ্গলৰ বিষয়ে সোধ-পোচ কৰে। শীঘ্ৰে দুধ-দহিৰে আলহীক আপ্যায়ন কৰাত তিনিওজন বৃদ্ধই বৰ প্ৰফুল্লিত হয় আৰু নিজৰ সমকক্ষ উপযুক্ত গৃহস্থৰ ঘৰলৈকে আহিছে বুলি তেওঁলোকে নিজৰ ভিতৰতে বাৰ্তালাপ কৰে।

গধূলিৰ আগে আগে গৃহস্থই খড়ীয়ানৰ (দিনত গৰু গাই ৰখা আৰু মৰণা মৰা ঠাই) পৰা গৰু গাইবোৰ আনিবলৈ যাবলৈ লয়। যোৱা আগমূহূৰ্ততে পুতেকক উদ্দেশি তেওঁ ক'লে, পুত্ৰ! আলহীৰ লগতে থাকিবি। আলহীয়ে যাতে কোনো প্ৰকাৰে অসুবিধা নেপাই তাৰ প্ৰতি লক্ষ্য ৰাখিবি। অ' আৰু এটা কথা। আলহীৰ আপ্যায়নৰ বাবে দুজোৰ ঘৰপসা মাৰিবি। সেইবুলি পুতেকক নিৰ্দেশ দি গৃহস্থই খড়ীয়ানৰ ফালে গতি কৰিলে।

আলহী তিনিওজনে গৃহস্থৰ সকলো কথা শুনি আছিল। আচিনাকি গাঁৱৰ গৃহস্থ স্বজাতীয় হ'লেও তেওঁৰ প্ৰতি অতিথি কেইজনৰ সন্দেহ দূৰ হোৱা নাছিল। গতিকে 'ঘৰপসানো' কি জন্তু তেওঁলোকে জানিবৰ বাবে উৎকীৰ্ণ হৈ ৰ'ল। এইখন গাঁওত যে ঘৰত পোহা কবুতৰৰ পৰা মেকুৰীলৈকে সকলো জীৱকে ঘৰ পসা বুলি কয় সেইকথা তেওঁলোকে জনা নাছিল। পিতৃৰ নিৰ্দেশ মতে পুত্ৰই দুজোৰ কবুতৰ মাৰি মাংস কুটি আছিল। তেনে সময়তে

ক'ৰবাৰ পৰা এটা ক'লা মেকুৰী আহি এটা পাৰ চৰাই লৈ দৌৰ মাৰিলে। ধৰ, ধৰ, মাৰ মাৰ বুলি চিঞৰি ডেকাই মেকুৰীজনীক শিশুপাল খেদা দিয়ে।

মেকুৰীজনীক হাতত দা লৈ খেদিফুৰা দেখি আলহীৰ চকু কপালত উঠিল। ঘৰপসা মানে তেওঁলোকে মেকুৰী বুলিয়েই ধৰি ল'লে। মেকুৰীৰ মাংস খুৱাবলৈ আয়োজন কৰিছে বুলি ভাবি বাহিৰ ফুৰিবলৈ যাওঁ বুলি কৈ ৰাতিৰ আন্ধাৰত ঘৰমুৱা হয়।

খড়ীয়ানৰ পৰা ঘূৰি আহি গৃহস্থই ঘৰত আলহী কেউজনক নেদেখি বৰ আচৰিত হয়। গাওঁখনৰ শেষ সীমালৈকে বিচাৰি গৈও কাৰোৰেই একো শুংসূত্ৰ নেপালে। পিছদিনাহে তেওঁ এজন সম্বন্ধীয়াৰ পৰা আচল কথাটো জানিব পাৰিলে। আলহী পলাই পত্ৰং দিয়াৰ উৰহী গছৰ ওৰ বুজিব পাৰি তেওঁৰ বৰকৈ হাঁহি উঠিল আৰু সেই হাঁহিত পৰিয়ালৰ সকলোৰেই যোগ দিয়ে।

আনহাতে মেকুৰীৰ মাংস খাই নিজকে অপবিত্ৰ কৰাৰ পৰা নিজকে ৰক্ষা কৰিব পাৰিলোঁ- এই ভাৱত তিনিওজন বৃদ্ধই স্বস্তিৰ নিশ্বাস পেলালে।





# ঘাঁচী আৰু বাদ্যযন্ত্ৰ

চাওঁতাল পৰগনাৰ বাহিৰেও ছোটনাগপুৰৰ সমগ্ৰ অঞ্চলতে ঘাঁচী নামৰ এক শ্ৰেণীৰ জনজাতীয় লোক বাস কৰে। এই জাতিৰ অনেক লোক চাহ বাগিচাত কাম কৰাৰ উদ্দেশ্যেৰে অসমলৈ আহিছিল আৰু সেইসকলৰ সতি-সন্ততিয়ে আজিও চাহ বাগিচাত শ্ৰমদান কৰি আছে. ঘাঁচী জাতিৰ লোক বাদ্যযন্ত্ৰ অৰ্থাৎ ঢাক বজোৱাত বৰ পাকৈত। ঢাকৰ গুৰগুৰি দিয়াত এওঁলোকৰ সমকক্ষ আন জাতিৰ লোক নাই।

দুৰ্গাপুজা অথবা আন আন সামাজিক অনুষ্ঠান অথবা ওমকচ নৃত্য-গীতৰ আখৰাত এই উপজাতিৰ লোকক ঢাক বজাবলৈ নিয়োগ কৰা হয়। এই অঘোষিত নিয়ম আজিও প্ৰচলিত হৈ আছে। নিজৰ তথা আনৰ মনোৰঞ্জনৰ বাবে আত্মোৎসৰ্গ কৰা সৰস্বতীৰ বিশেষ কৃপাধন্য ঢুলীয়া শিল্পী এই জাতিৰ লোকসকল সঁচাকৈয়ে প্ৰশংসাৰ পাত্ৰ।

প্ৰৱাদ মতে সত্য যুগতে মানুহৰ মাজত ভগৱানে কৰ্মৰ বিভাজন কৰি বণ্টন কৰিছিল। এই উদ্দেশ্যেৰে ভগৱানে সকলো জাতি উপজাতিৰ মানুহকে আমন্ত্ৰণ জনাইছিল। নিৰ্দেশ অনুযায়ী সকলো জাতি-উপজাতিৰ লোক যেনে-অসুৰ, লোহাৰ, কৈৱী, কুমাৰ, নাপিত, ধুবি, মালি, গোৱালা আদিয়ে ভগৱানৰ দৰবাৰত হাজিৰ হয়। মাথোঁ ঘাঁচী জাতিৰ লোকহে সময়মতে উপস্থিত হ'ব নোৱাৰিলে। ভৱিষ্যতে মানৱ সমাজত যাতে কোনো প্ৰকাৰৰ আউল নালাগে তেনে উদ্দেশ্য আগত ৰাখি ভগৱানে উপস্থিত সকলো জাতি-উপজাতিকে একো একোটা বৃত্তি প্ৰদান কৰে। তেতিয়াৰে পৰাই কুমাৰে কলহ-টেকেলি গঢ়া, কমাৰে দা-কুঠাৰ আদি লোৰ সঁজুলি গঢ়া, মালিয়ে ফুলনিৰ লগতে পাচি খৰাহি সজা, কৈৱীয়ে কৃষি কৰ্ম কৰা, গোৱালাই গৰু পালন কৰা আদি বৃত্তিবোৰ কৰিবলৈ লয়।

কিন্তু ঘাঁচী জাতিৰ লোকসকল সময়মতে ভগৱানৰ দৰবাৰত হাজিৰ হ'ব নোৱাৰিলে। কিয়নো হাঁড়িয়াৰ নিচাত মত্ত হৈ কান্ধত প্ৰকাণ্ড প্ৰকাণ্ড জয়ঢোল লৈ ঘাঁচীসকল ওৰে নিশা 'ডমকচ' গীত নৃত্য কৰিয়েই কটাই দিছিল। ফলত অনান্য জাতিৰ লোকসকলে ভগৱানৰ পৰা নিজৰ নিজৰ বৃত্তি লৈ স্বস্থানলৈ প্ৰত্যাগমন কৰাৰ আঠ প্ৰহৰৰ পিছতহে ঘাঁচীসকল গৈ ঈশ্বৰৰ কাষত উপস্থিত হয়। ইমান পলমকৈ অহা বাবে ঈশ্বৰ বৰ আচৰিত হয় আৰু প্ৰথমতে তাহাঁতক কৰ্কথনা কৰে। কিন্তু কলুষ-কালিমা বিহীন গঙ্গাজলৰ দৰে পবিত্ৰ অন্তৰৰ ঘাঁচীসকলৰ প্ৰাৰ্থনাত ভগৱানৰ হৃদয় পমি যায়। সেয়ে দয়াৰ সাগৰ ভগৱানে সিহঁতৰ দোষ নিজগুণে মৰিষণ কৰে আৰু পলম হোৱাৰ প্ৰকৃত কাৰণ জানিবলৈ ইচ্ছা প্ৰকাশ কৰে।

সাধাৰণ স্ফূৰ্তি তামাচা আৰু জয়ঢোলৰ সুৰীয়া বোলৰ আকৰ্ষণৰ বাবেই স্বয়ং ঈশ্বৰৰ পৰম আশীৰ্বাদৰ পৰা বঞ্চিত হ'ব লগা হোৱাত দুখ আৰু অনুশোচনাৰে সিহঁতৰ অন্তৰ

ভৰি পৰে। সেয়ে ভগৱানৰ প্ৰশ্নৰ কোনো উত্তৰ দিব নোৱাৰি বাঁও ভৰিৰ বুঢ়া আঙুলিৰ নখেৰে মাটি খুচৰি সিহঁত আধোবদনে থিয় হৈ ৰয়। অৰ্ন্তযামী ভগৱানে সিহঁতৰ পলম হোৱাৰ আচল কাৰণ জানিব পাৰিলে। কলাৰ প্ৰতি থকা সিহঁতৰ সহজাত আকৰ্ষণৰ প্ৰতি লক্ষ্য ৰাখি ভগৱানে সিহঁতৰ কান্ধত একোটাকৈ জয়ঢোল আঁৰি দি ক'লে, 'যোৱা বৎস, তোমালোক সৰস্বতীৰ বৰ পুত্ৰ। তোমালোককনো মই আৰু কি দিম! তোমালোক আগৰে পৰাই কলাৰ পূজাৰী। সেয়ে পুত্ৰ পৌত্ৰাদিক্ৰমে তোমালোকে কলাৰ পূজাকে কৰি থাকিবা। এই আশীৰ্বাদকে মই তোমালোকক দিলোঁ।' সেইবুলি কৈ ভগৱানে নিজৰ কৰ কমলেৰে সিহঁতৰ শিৰ স্পৰ্শ কৰি ঘাঁচীসকলক বিদায় দিয়ে।

ভগৱানৰ আশীৰ্বাদ লাভ কৰি ঘাঁচীসকলৰ প্ৰাণত আনন্দই নধৰা হ'ল। সাত দিন সাত ৰাতি ধৰি সিহঁতে জয়ঢোল বজাই আনন্দ স্ফূৰ্তি কৰিছিল। সেইদিন ধৰি অদ্য পৰিমিত ঘাঁচী জাতিৰ লোকে জয়ঢোল বজোৱাত নিজৰ একচ্ছত্ৰী আসনখন নিৰ্বিবাদে ৰক্ষা কৰি আহিছে।





# ডাকিনী-তন্ত্ৰৰ আদিকথা

আগকথা (পৃথিৱীৰ বিভিন্ন প্ৰান্তত ডাকিনী-তন্ত্ৰৰ প্ৰচলন আৰু ইয়াৰ ওপৰত মানুহৰ অগাধ বিশ্বাস থকা দেখা যায়। মধ্যপ্ৰদেশৰ মাৰিয়া উপজাতিৰ লোকে এই তন্ত্ৰৰ প্ৰতি দৃঢ়তাৰে বিশ্বাস কৰে। ডাকিনী-তন্ত্ৰৰ বা ভোজ বিদ্যা সম্পৰ্কে এটি মুখ ৰোচক প্ৰৱাদ মাৰিয়াসকলৰ মাজত প্ৰচলন হৈ আহিছে।)

পুৰাকালত নন্দৰাজ  নামৰ এজন গুৰু আছিল। তেওঁ ভোজবিদ্যাত অতিকে বিশাৰদ আছিল। মৰ্ত্যৰ বাহিৰেও স্বৰ্গ আৰু পাতালতো তেওঁৰ যশস্যা বিয়পি পৰিছিল। সেয়ে নৰ-কিন্নৰৰ উপৰিও স্বৰ্গৰ দেৱতা সকলো বিদ্যা লাভৰ বাবে গুৰু নন্দৰ শৰণাপন্ন হৈছিল। এবাৰ নন্দৰাজে সাতজন দেৱ-শিষ্যক ঘন বনৰ অভ্যন্তৰত গোপনে ভোজবিদ্যা প্ৰদান কৰি আছিল। সেই সময়তে অৰণ্যবাসী এজন মাৰিয়া যুৱক চিকাৰৰ সন্ধানত ঘুৰি ফুৰোঁতে নন্দগুৰুৰ আশ্ৰমত উপস্থিত হয়। সি ভোজবিদ্যাৰ প্ৰতি বৰকৈ আকৰ্ষিত হয় আৰু গুৰু-শিষ্যৰ অলক্ষিতে বৃক্ষৰ অন্তৰালত থাকি গুৰুৱে দেৱশিষ্যক শিকোৱা সকলোবোৰ ভোজ বিদ্যাই সি আয়ত্ব কৰি লয়।

শিক্ষা সমাপ্ত হোৱাত প্ৰথা অনুযায়ী দেৱ শিষ্যসকলে গুৰুক দক্ষিণা প্ৰদান কৰে। তৎপশ্চাৎ গুৰুৱে সাতোজন শিষ্যক প্ৰসাদ খাবলৈ গৃহ অভ্যন্তৰলৈ আহ্বান জনায়। গৃহত প্ৰৱেশ কৰিয়েই গুৰুৱে সাত ভাগৰ ঠাইত আঠভাগ প্ৰসাদ দেখা পায়। লগে লগে তেওঁ বুজিব পাৰিলে যে সাতজন শিষ্যৰ বাহিৰেও অষ্টম কোনোবাজনে তেওঁৰ পৰম গুপুত বিদ্যা সংগোপনে শিকি লৈছে। গুৰুৱে সাতজন শিষ্যকে সেই অষ্টম ব্যক্তিক বিচাৰি উলিয়াই তৎক্ষণাৎ  তেওঁৰ ওচৰত হাজিৰ কৰিবলৈ নিৰ্দেশ দিয়ে। অনেক বিচাৰ খোচাৰ কৰাৰ পিছত বৃক্ষ অন্তৰালত পত্ৰ পল্লৱৰ মাজত লুকাই থকা মাৰিয়া যুৱকক বিচাৰি পাই সিহঁতে কাল-বিলম্ব নকৰি তাক গুৰুৰ ওচৰলৈ লৈ যায়।

মাৰিয়া যুৱকক দেখি নন্দৰাজ বৰ আচৰিত হয়। নীহকুলীয়া মাৰিয়া যুৱকৰ কাণ্ড কাৰখানাই তেওঁক অতি বিচলিত কৰি তোলে। কিয়নো তেওঁৰ সেই পৰম গুপুত ভোজবিদ্যা লাভ কৰিলে মানুহে অমৰত্ব লাভ কৰিব পাৰে। শৰীৰ তেওঁৰ যন্ত্ৰণা মুক্ত হয়। ইচ্ছা অনুযায়ী অদৃশ্য হ'ব পাৰে। সাধাৰণ মাৰিয়া এজনে এনে শিক্ষাৰ অধিকাৰী হোৱাতো নন্দ গুৰুৰ মুঠেও সহ্য নহ'ল। সেয়ে তেওঁ মাৰিয়া যুৱকক ছলনা কৰিবলৈ মনস্থ কৰে। তেওঁৰ এই মহান বিদ্যাৰ ফলত মানুহ অবিনাশী হ'ব আৰু তাৰ ফলত মানুহ দেৱতাৰ প্ৰতিদ্বন্দ্বী

ৰূপে থিয় দিব পাৰিব সেইকথা তেওঁ মানি ল'ব নোৱাৰিলে।

ছলাহী নন্দ গুৰুয়ে মাৰিয়া যুৱকক উদ্দেশ্য কৰি ক'লে-'বৎস! তুমি শিক্ষা লাভ কৰা দেখি মই অতি প্ৰসন্ন হৈছোঁ। সেয়ে তোমাৰ পৰা মই গুৰু দক্ষিণা বিচাৰিছোঁ। গুৰু দক্ষিণা দিব নোৱাৰিলে তোমাৰ মন্ত্ৰ-শিক্ষা অসম্পূৰ্ণ হৈ ৰ'ব।'

সৰল মনা মাৰিয়া যুৱকে গুৰুৰ কপট কৌশলৰ একো ভূ-ভুটং বুজি নাপালে। বৰং গুৰুৰ প্ৰতি গদ গদ হৈ ক'লে---হে গুৰুদেৱ। মই এজন মাৰিয়া যুৱক। মই দীনহীন। মোৰ অৰ্থ সম্পদ একোকে নাই। বনৰ ফলমূল আৰু বনৰীয়া পশু-পক্ষীৰ মাংসৰে পালিত এই ডাল-দৰিদ্ৰ বনচাৰীৰ পক্ষে আপোনাক দিবলৈ যোগ্য দক্ষিণা একোৰেই নাই।'

মাৰিয়া যুৱকৰ বিদ্যাৰ প্ৰভাৱ বিনষ্ট কৰিবলৈ নন্দগুৰু অধিক কঠোৰ হ'ল। তেওঁ ক'লে- হে বৎস! তোমাৰ অতি সামান্য দানতে মই সন্তুষ্ট হম। তুমি মোক সন্তুষ্ট কৰিবানে বাৰু?'

এই বনভূমিত থকা যিকোনো দ্ৰব্য যদিহে আপোনাৰ যোগ্য বিবেচিত হয় মই তাকে সংগ্ৰহ কৰি আনি আপোনাৰ চৰণত নিবেদন কৰিম। মোক আদেশ কৰক গুৰুদেৱ। সেইবুলি কৈ মাৰিয়া যুৱক গুৰুৰ শ্ৰীচৰণত সাষ্টাঙ্গে প্ৰণিপাত জনালে।

কপট গুৰুৱে ক'লে—'তোমাৰ ঘৰৰ চালৰ তলত মই এটা কবুতৰ (পাৰ চৰাই) দেখা পাইছোঁ। সেই সামান্য উপহাৰটো দিলেই তোমাৰ গুৰু দক্ষিণা দিয়া হ'ব।'

মোৰ গৃহত পালিত কোনো পাৰ চৰাই নাই গুৰুদেৱ। যুৱকে গুৰুক নিবেদন জনালে।'

গুৰুৱে ক'লে-'মই মন্ত্ৰৰ বলত সেই পাৰটো দেখা পাইছোঁ। তুমি মাথোঁ অনুমতি দিয়া। মোৰ শিষ্যই সেইটো সংগ্ৰহ কৰি লৈ আহিব।'

ভক্তিত গদগদ হৈ মাৰিয়া যুৱকে ক'লে-'প্ৰভু! আপুনি মোৰ জীৱন ধন্য কৰিলে। আপোনাৰ ওচৰত মোৰ অদেয় একোকে নাই। মোৰ জীৱনটোও গুৰু-দক্ষিণা হিচাপে দিবলৈ মই প্ৰস্তুত আছিলোঁ। তেনে ক্ষেত্ৰত আপুনি ইচ্ছা কৰা সামান্য গুৰু-দক্ষিণাটো মই প্ৰসন্নচিত্তে আপোনাক সম্প্ৰদান কৰিলোঁ। আপোনাৰ ইচ্ছা অনুযায়ী মোৰ গুৰু ভাতৃসকলে সেইটো সংগ্ৰহ কৰিব আনিব পাৰে।'

গুৰুৰ নিৰ্দেশমতে দেৱশিষ্যসকলে মাৰিয়া যুৱকৰ একমাত্ৰ সন্তানটোক বধ কৰি তাৰ যকৃৎ আনি গুৰুৰ হাতত তুলি দিয়েগৈ। গুৰুৱে সেই যকৃতৰ আঞ্জা মাৰিয়া যুৱকক খাবলৈ নিৰ্দেশ দিয়ে।

গুৰুৰ এনে জঘন্য আৰু হীন চক্ৰান্তৰ কথা মাৰিয়া যুৱকে বুজি নাপালে। এয়া তেওঁৰ কল্পনাৰো অগোচৰ আছিল। সেয়ে গুৰুৰ নিৰ্দেশ পোৱা মাত্ৰকে তেওঁ আপোন পুত্ৰৰ কলিজা ভক্ষণ কৰে। তাৰ পিছত গুৰুৰ আশীৰ্বাদ লৈ সি স্বগৃহলৈ প্ৰত্যাগমন কৰে। ঘৰৰ ভিতৰত





পুত্ৰৰ কলিজাহীন মৃতদেহ পৰি থকা দেখি সি শোকত ব্যাকুল হৈ পৰে। মন্ত্ৰৰ বলত সি গুৰুৰ সমস্ত কু চক্ৰান্তৰ কথা ধৰিব পাৰিলে। গুৰুৰ প্ৰতি আৰু ভোজবিদ্যাৰ ওপৰত তাৰ প্ৰচণ্ড ঘৃণা উপজিল। ঘৃণা ক্ৰমে ক্ৰোধত পৰিণত হয়। ক্ৰোধৰ বশৱৰ্তী হৈ তাৰ অন্তৰত প্ৰতিহিংসাৰ দাবানল জ্বলি উঠিল। প্ৰতিহিংসা চৰিত্ৰাৰ্থ কৰিবৰ বাবে সি মন্ত্ৰ প্ৰয়োগ কৰি শিশুৰ কলিজা ভক্ষণ কৰিবলৈ ধৰিলে। এনেকৈয়ে গুৰুৰ কুচক্ৰান্তৰ বাবে তাৰ দেৱ বিদ্যা ক্ৰমে কুবিদ্যালৈ পৰিবৰ্তন হয়।

তেওঁৰ এই বিদ্যাৰ প্ৰভাৱ মাৰিয়া যুৱকসকলৰ ওপৰত পৰে আৰু অনেকে তেওঁৰ পৰা এই ডাকিনী-মন্ত্ৰ গ্ৰহণ কৰে। ইয়াৰ পিছত পুৰুষানুক্ৰমে ডাকিনী-মন্ত্ৰ মাৰিয়া উপজাতিৰ মাজত চলিবলৈ ধৰে।

চাহ-জনজাতিৰ মাজত মাৰিয়া জাতিৰ সংখ্যা অতিকে নগন্য। তথাপিতো ডাকিনী-তন্ত্ৰ চাহ বাগিচাসমূহত প্ৰচলিত থকাৰ সন্ধেদ পোৱা যায়। জনতাৰ ৰুদ্ৰৰোষত পৰি মাজে মাজে দুই এজন ডকিনীয়ে মৃত্যু বৰণ কৰাৰ খবৰো শুনা যায়। পিছে এনে বিদ্যাৰ কোনো বৈজ্ঞানিক ভিত্তি নাই। সেয়ে চাহ-জনজাতিৰ লোকসকল অন্ধবিশ্বাসৰ কবলৰ পৰা যিমান পাৰে সোনকালে ওলাই অহাই মঙ্গলজনক হ'ব।

# ঘোটুল প্ৰথা

মধ্যপ্ৰদেশৰ বস্তাৰ জিলাৰ আদিবাসী মাৰিয়া জনজাতিৰ কিছুলোক অসমৰ চাহ বাগিচাত কাম কৰিবৰ বাবে তাহানি কালতে অসমলৈ আহিছিল। সংখ্যাত তাকৰ হোৱা বাবে অনান্য জনগোষ্ঠীৰ লগত মাৰিয়াসকল মিলি গৈছে। চাহ বাগিচাত চলা উমৈহতীয়া খৰঠা বা বাগানিয়া বাংলা ভাষা গ্ৰহণ কৰিছে। তেওঁলোকে নিজৰ ভাষা-সংস্কৃতি প্ৰায়েই এৰি দিছে। তলত এই মাৰিয়া জাতিৰ অতীতৰ ঘোটুল প্ৰথাৰ বিষয়ে আলোচনা কৰা হ'ল। অৱশ্যে মধ্যপ্ৰদেশত ঘোটুল প্ৰথা এতিয়াও নিশেষ হৈ যোৱা নাই।

মাৰিয়াসকলৰ সামাজিক পবিত্ৰ অনুষ্ঠানটিৰ নাম হ'ল ঘোটুল। এই অনুষ্ঠানটিৰ সম্পৰ্কে ভেৰিয়াৰ এলউইনে কৈছিল-'From the days of Lingo the Ghotul is built in every village and the boys and girls live together without sin. So long a girl were combs in her hair she may play and langh with the chelik. And Lingo was twice in the fire and no evil tocuched him. So it is with the boys and girls in their ghotul."

ঘোটুল মাৰিয়া যুৱক-যুৱতীৰ একত্ৰে ৰাত্ৰি যাপন কৰাৰ পৰম পবিত্ৰ 'ডৰমিটাৰী'। এক সামাজক শিক্ষাৰ অনুষ্ঠান। ঘোটুলৰ প্ৰতিষ্ঠাতা হ'ল স্বয়ং লিঙ্গোপেন দেৱতা। এইজনেই হ'ল মাৰিয়াসকলৰ সৰ্বময় ঈশ্বৰ। প্ৰচলিত জনপ্ৰবাদ মতে লিঙ্গোপেন দেৱতা নিজেই এবাৰ চিমু গাঁৱত ৰাত্ৰি যাপন কৰিবলৈ আহিছিল। অপৰূপ বসন ভূষণ পৰিধিত লিঙ্গোপেন দেৱতাৰ শিৰত পুষ্পখচিত সুকোমল তৈয়াৰী কমৰ বন্ধনী আৰু ভৰিত নেউলৰ চামৰাৰ জোতা। ৰাতিৰ আকাশৰ পূৰ্ণচন্দ্ৰৰ যাদুসনা শুভ্ৰ জ্যেৎস্নাত লিঙ্গোপেন দেৱতাৰ ৰূপ-লাৱণ্য জলমল কৰিছিল।

ঘোটুলৰ গোলাকৃতি গৃহত প্ৰৱেশ কৰি লিঙ্গোপেন দেৱতাই মনৰ আনন্দতে গীত জুৰিছিল। কি যে যাদুময় অপূৰ্ব সুৰ লহৰি আছিল সেই গীতৰ। সেই গানৰ সুৰে গাঁৱৰ যুৱক-যুৱতীসকলৰ মন মুহি পেলাইছিল। কাল বিলম্ব নকৰি তেওঁলোক সকলোৱে আহি ঘোটুলত প্ৰৱেশ কৰিছিল। লিঙ্গোপেনৰ গীতৰ সুৰত বিস্ময়-বিমূঢ় হৈ মাৰিয়া যুৱক যুৱতীসকলে সিদিনাৰ পৰাই নাচ-গানেৰে মতলীয়া হৈ ঘোটুলত ৰাত্ৰি যাপন কৰিবলৈ অঙ্গীকাৰ কৰে। এই ঘটনাৰ পৰাই মাৰিয়া জাতিৰ মাজত ঘোটুল প্ৰথাৰ সূত্ৰপাত হয়।

ঘোটুল মাৰিয়া জাতীয়-জীৱনৰ অবিচ্ছেদ্য অঙ্গ। ভৱিষ্যতৰ আশা-ভাবযাৰ স্থল স্বৰূপ যুৱক-যুৱতীৰ এক পুত পবিত্ৰ শিক্ষানুষ্ঠান। লিঙ্গোপেন দেৱতাই আতিথ্য গ্ৰহণ কৰা তেওঁৰেই পদৰেণুৰে পবিত্ৰ হোৱা ঘোটুলৰ আভ্যন্তৰত কদাপি কোনো অপদেৱতাৰ প্ৰৱেশ ঘটিব





নোৱাৰে বুলি মাৰিয়াসকলৰ দৃঢ়-বিশ্বাস। সেয়ে ইয়াত কোনো ধৰণৰ অপায় অমঙ্গল হ'ব নোৱাৰে। হিংসা দ্বেষ বৰ্জিত আৰু লিঙ্গোপেন দেৱতাৰ স্মৃতি-বিজড়িত এই স্থান মাৰিয়া যুৱক-যুৱতীৰ নিৰাপদ আশ্ৰয়স্থল আৰু ভৱিষ্যতৰ যুগ্ম জীৱনৰ সঙ্গী নিৰ্বাচনেৰে সংসাৰ ধৰ্ম-পালন কৰাৰ শিক্ষা কেন্দ্ৰ।

ঘোটুলৰ নিৰ্মাণ কাৰ্য সুকীয়া ধৰণৰ। ই হ'ল ঘূৰণীয়াকৈ সজা বিশালাকৃতিৰ ঘৰ। আবেলি পৰত গাঁৱৰ সমূহ যুৱক-যুৱতী আৰু কিশোৰ-কিশোৰী আহি ইয়াত উপস্থিত হয়। ঘৰ চোতাল সাৰি মচি পবিত্ৰ কৰে। গোবৰ মাটিৰে মচি ঘৰ আৰু ঘৰৰ চৌহদটো চালে চকুৰোৱাকৈ ধুনীয়া কৰি ৰাখে। মিহিকৈ মচা ঘৰৰ বেৰত মাৰিয়া যুৱতী শিল্পীৰ নিখুঁত হাতৰ আদিম হস্তলিপি আৰু কাৰুকাৰ্য খচিত ছবি। বৰ্ণাঢ্য ৰঙৰ জীৱন্ত ছবিৰ পৰা মাৰিয়া জাতিৰ শিল্প-কলা কৌশলৰ নৈপুণ্য প্ৰকাশ পায়।

মুনিচুনি বেলিকা গাঁৱৰ যুৱক আৰু কিশোৰসকল এজন এজনকৈ আহি ঘোটুলত প্ৰৱেশ কৰে। ঢাৰি পাটী, চুঙ্গী, হাঁড়িয়া, মহুৱা, ধপাত আৰু খৰি কাঠ সিহঁতে লগতে লৈ আহে। গৃহ প্ৰৱেশ কৰা মাত্ৰেই সিহঁতে কেতোৱাৰ আৰু বেলোচাক নতজানু হৈ প্ৰণাম জনায়। কেতোৱাৰ হ'ল ঘোটুলৰ প্ৰধান শিক্ষক। তেওঁৱেই হ'ল যুৱকসকলৰ সৰ্বময় কৰ্তা আৰু ঘোটুলৰ অভিভাৱক। যুৱতী আৰু কিশোৰীসকলৰ অভিভাৱিকাক বেলোচা বোলে। যুৱক-যুৱতী উভয়েই ঘোটুলত প্ৰৱেশ কৰিয়েই কেতোৱাৰ আৰু বেলোচাক অভিবাদন জনোৱাৰ নিময় প্ৰচলিত।

আগেয়ে উল্লেখ কৰা হৈছে যে ঘোটুল হ'ল মাৰিয়াসকলৰ সামাজিক শিক্ষাৰ অনুষ্ঠান। গতিকে ইয়াত ব্যক্তিসত্তা লোপ পায়। ইয়াত প্ৰৱেশ কৰা মাত্ৰে কিশোৰ-কিশোৰী, যুৱক-যুৱতীৰ ব্যক্তিগত নাম নেথাকে। ইয়াত ছোৱালীবোৰ মতিয়াৰী আৰু ল'ৰাবোৰ চেলিক নামেৰে জনাজাত হৈ পৰে। মতিয়াৰী আৰু চেলিকসকলে ঘোটুলৰ মাজত এক সুশৃঙ্খলিত জীৱন-যাপন কৰে। তেওঁলোকে নিজৰ মাজত কৰ্ম সমিতি গঠন কৰে আৰু কৰ্মৰ সুপৰিচালনাৰ অৰ্থে নেতা নিৰ্বাচন কৰি লয়। কৰ্ম সমিতিৰ বিভিন্ন পদমৰ্যদা আছে। সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে গঠিত কৰ্ম সমিতিৰ প্ৰধান কেতোৱাৰ আৰু বেলোচা ক্ৰমাগত ভাৱে আটাইয়েই হ'ব পৰাৰ ব্যৱস্থা আছে। ইয়াত সামাজিক চিন্তাধাৰাৰ পৰিপুষ্টি সাধন কৰা হয়। কোনো ভেদভাৱ, হিংসা দ্বেষ আদি নৰখাকৈ সকলো যুৱক-যুৱতীৰ মাজত অবাধ মিলা-মিচা, বাৰ্তালাপ, হাঁহি-স্ফুৰ্তি সকলো মুকলি মনেৰে ইয়াত কৰা হয়। সমৱেত ভাৱে একেলগে সকলোৱে গান গায় আৰু নাচে। ঘোটুলত আপোন ইচ্ছাৰে যুৱক-যুৱতীয়ে ৰাত্ৰি যাপনৰ বাবে সঙ্গী নিৰ্বাচন কৰিব পাৰে। এই ক্ষেত্ৰত কোনেও হকা-বাধা নকৰে। অৱশ্যে তিনি ৰাতিৰ অধিক কোনো যুৱক-যুৱতী একেলগে শুব নোৱাৰে। সেয়ে সকলো যুৱকে সকলো

যুৱতীৰ সান্নিধ্য লাভ কৰিব পাৰে। কিন্তু অতি আচৰিত কথা যে অবাধ যৌন সম্ভোগৰ সুযোগ থাকিলেও ঘোটুলত মাথোঁ প্লেটনিক প্ৰেমাচাৰৰ জীৱনহে যাপন কৰা হয়। ইয়াত বন্ধু-সখা ভাতৃ-ভগিনীৰ সম্পৰ্কহে ৰজাই ৰখা হয়। সম্পূৰ্ণ পাপ বোধহীন ইয়াৰ জীৱন-চৰ্যা। যুৱক-যুৱতীসকল বিবাহ পাশত আৱদ্ধ হোৱা দিনৰে পৰাই ঘোটুলৰ প্ৰৱেশাধিকাৰ হেৰুৱায়। কেৱল আবিবাহিত যুৱক-যুৱতীৰ বাবেহে ঘোটুল। আনহাতে ঘোটুলৰ নিয়ম-শৃংখলা ভঙ্গ কৰিলে তাৰ শাস্তিমূলক ব্যৱস্থা হিচাপে ঘোটুলৰ পৰা বহিষ্কাৰ কৰা হয়। বস্তাৰৰ মাৰিয়াসকলৰ বাবে ইয়াতকৈ ডাঙৰ অপমান আন একোৱেই হ'ব নোৱাৰে। সেয়ে দেৱতাৰ আশীৰ্বাদ পুষ্ট ঘোটুল আপোন শৃংখলাৰে অনাদি কালৰ পৰাই অতি নিয়াৰিকৈ চলি আহিছে। ঘোটুলৰ শান্তি কেতিয়াও বিঘ্নিত হোৱা নাই।

কিন্তু ঘোটুলৰ বাহিৰৰ পৃথিৱীত ক্ৰমাগত ভাৱে মাৰিয়া জাতিৰ মাজত বিপৰ্যয় আহিব ধৰিছে। কিয়নো অধুনা কালত বহিৰাগত লম্পট, দালাল, ঠিকাদাৰ, ব্যৱসায়ী আদিৰ হাতত সৰলমনা মাৰিয়া যুৱতীয়ে দুৰ্ভোগ ভুগিব লগীয়া হৈছে। টকা আৰু নকল গহনাৰ জাক-জমকতা তথা দালালৰ ফুচলনিয়ে মাৰিয়া যুৱতীৰ মান-সম্ভ্ৰম ভুলুণ্ঠিত কৰিছে। সৰলতাৰ বাবে প্ৰকৃতিৰ সন্তানসকলে অধুনা কালত অসমৰ চাহ বাগিচাকে আদি কৰি পৃথিৱীৰ যত্ৰে-তত্ৰে এনে দুৰ্ভোগ ভোগ কৰিব লগাত পৰিছে।





# ঘৰলৈ বাইৰাল বৰ

বহু যুগৰ আগতে কোনো এখন দেশত এজন মহা প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। ৰজাৰ একেজনী ছোৱালী থকা বাবে ৰজা-ৰাণীৰ বাহিৰে পাত্ৰ-মন্ত্ৰী আৰু প্ৰজা সাধাৰণৰ তাই আলাসৰ লাডু স্বৰূপ আছিল। সকলোৰে মৰমৰ পাত্ৰী হোৱা বাবে তাই অহঙ্কাৰী আৰু উতনুৱা স্বভাৱৰ হৈ পৰিছিল।

যোলটা বসন্তই মেলানি মগাৰ পিছত আমাৰ উদ্ধত স্বভাৱৰ ৰাজকুমাৰীৰ গাত বসন্তৰ বা লাগিল। যৌৱন-পৰশা ৰাজকুমাৰীৰ চঞ্চলতা আৰু প্ৰগলভাই ৰজা-ৰাণীক চিন্তিত কৰি তুলিলে। তাইৰ বাবে এজন সুযোগ্য বৰ বিচাৰিবলৈ ৰজা-ৰাণী আৰু অতি বিশ্বস্ত মন্ত্ৰীবৰ্গৰ লগত গোপনে আলোচনা চলিল। তথাপিতো আমাৰ তিখৰী চঞ্চলা আইদেৱে সেই গোপন আলোচনাৰ বতৰা সংগ্ৰহ কৰিলে। লগে লগে তাই মাক বাপেকক স্পষ্টভাষাত কৈ দিলে যে তেনেদৰে বিচাৰি অনা এটা অধামুৰ্খৰ লগত তাই কদাপি বিয়াত নোসোমায়। প্ৰয়োজন হ'লে তাই আবিয়ৈ হৈ থাকি পিতাৰ ৰাজ্যকে চলাব অথবা আত্মহত্যা কৰিব। তথাপি তাই অকৰ্মণ্য ধোদ এটাৰ লগত বিবাহ নকৰায়।

মৰমৰ জীয়াৰীৰ মুখত এনে কথা শুনি ৰজা ৰানীৰ মুখৰ মাত হৰিল। তেওঁলোকে অনেক বুজালে কিন্তু ছোৱালী নিজৰ কথাত ঠিঠচ হৈ থাকিল। অৱশেষত ৰজাই আন একো উপাই নেদেখি ঢিন্দৰা [3] পিতাই [4] প্ৰচাৰ কৰালে। যিজন যুৱকে ৰাজকুমাৰীৰ লগত তৰ্কযুদ্ধত জয়ী হ'ব পাৰিব তেওঁৰ লগতে ৰজাৰ

ৰজাৰ একমাত্ৰ জীয়েক ৰাজকুমাৰীক বিয়া দিয়া হ'ব। এই ঘোষণা শুনাৰ লগে লগে ৰাজ্যৰ আৰু ৰাজ্যৰ বাহিৰৰ যুৱকসকলৰ লানি-নিছিগা সোঁত সেই ৰাজ্যলৈ বৰলৈ ধৰিলে। প্ৰতি দিনেই দহ ৰজাৰ পৰা আবেলি বেলি লহিয়াবৰ পৰলৈকে অনেক যুৱকৰ লগত ৰাজকুমাৰীয়ে তৰ্ক যুদ্ধ অৱতীৰ্ণ হ'ল। কিন্তু আচৰিত কথা যে কোনো এজন যুৱকেই ৰাজকুমাৰীক পৰাস্ত কৰিবলৈ সক্ষম নহ'ল। ক্ৰমে ক্ৰমে ৰাজকুমাৰীৰ পাণি প্ৰাৰ্থী হৈ তৰ্কযুদ্ধত ভাগ লগলৈ অহা যুৱকৰ সংখ্যা কমি আহিবলৈ ধৰিলে।

ৰাজকুমাৰীয়ে অ'তবোৰ যুৱকৰ মাজত এজনো নিজৰ উপযুক্ত যেন নেপালে। ৰজা-ৰাণী পুনৰ চিন্তা সাগৰত নিমজ্জিত হ'ল। জীয়েকক তাইৰ অদ্ভুদ জিদ [5] বাদ দি পৰসিয়া [6] ৰাজ্যৰ ৰজাৰ ৰাজকুমাৰৰ লগত বিয়া কৰাবলৈ ৰজা-ৰাণীয়ে ক'ত যে বুজালে, পিছে ফল

---

১. বৰ-দৰা ২. ঠিঠ্ স্থিৰ ৩. ঢিন্দৰা ঢোল-ডবা আদি বাদ্যযন্ত্ৰ ৪. পিতাই বজাই। ৫. জিদ জেদ ৬. পৰসিয়া চুবুৰীয়া

হ'লে একো নধৰিল। তাইৰ মাত্ৰ এটা কথা। এদিন নহয় এদিন মোৰ উপযুক্ত দৰা আহিবই আৰু সেইদিনটোলৈকে মই বাট চাম।

ৰাজকুমাৰীয়ে উপযুক্ত দৰা নোপোৱা খবৰটো অহকাণে পহু-কাণে ভিতৰুৱা গাঁও অঞ্চলতো বিয়পি পৰিছিল। এই খবৰ পাই এখন গাঁৱৰ পঢ়াশুনা নজনা যুৱক এজনে নিজৰ নবৌয়েকৰ লগত আলোচনাত বহিল। সি ক'লে---'ভজি[৭]! মই ৰাজকুমাৰীৰ লগত এবাৰ তৰ্ক যুদ্ধ কৰি চাব বিচাৰোঁ।' কথা শুনি নবৌয়েকৰ হাঁহিত নাৰী-ভুৰু ফাটি যোৱাৰ উপক্ৰম হ'ল।

দেওৰেকৰ উদ্দেশ্য কৰি তেওঁ ক'লে---

বড় বড় উট বহাই গেল

গাধা বলে কতেক পানী।

কিমান ডাঙৰ ডাঙৰ ৰাজ্যৰ জ্ঞানী গুণী ৰাজকুমাৰ পৰাস্ত হৈ যোৱাৰ পিছত তুমি অনপঢ় হৈ ৰাজকুমাৰীৰ লগত ক'ত তৰ্কত জিকিব পাৰিবা। তাতে তোমাৰ সাজ-পোচাক আৰু বিদ্যা-বুদ্ধিৰ দৌৰ দেখি তোমাক ৰাজপ্ৰাসাদত সোমাবলৈকে নিদিব। আৰু কিবা প্ৰকাৰে তুমি সোমাব পাৰিলেও ৰাজকুমাৰীৰ লগত হাৰি নিজৰ মান-সন্মানহে নষ্ট কৰিবা। গতিকে বোপাই ৰাজকুমাৰী বিয়া কৰোৱাৰ সেইপালি আশা তুমি মনৰ পৰা উলিয়াই দিয়া। মই তোমাৰ গৈৰামৰ[৮] লগতে তোমাৰ বিয়াখন পাতি দিম বুজিছা। তাই বৰ আদৰ কৰি ক'লে---'দেৱৰ ৰাজা! তুমি ৰাজকুমাৰী বিয়া কৰাৰ সপোন এৰা আৰু ভাতপানী খাই পথাৰলৈ যোৱা। দাদাৰ লগত কথা-বতৰা পাতি মই সোনকালেই তোমাৰ বিয়াখন পাতি দিম।

ইমানখিনি শুনাৰ পিছতো যুৱকজন নাচোৰ-বান্দা হৈ ৰ'ল। সি পুনৰ ক'লে বৌ, মই এবাৰ তৰ্ক কৰি চাব খুজিছোঁ। অনুগ্ৰহ কৰি তুমি মোক আৰ্শীবাদ কৰা। কথাতে কয় 'বড় ভজি মা দাখিল।' গতিকে মাতৃৰ আৰ্শীবাদ শিৰত লৈ মই যাবলৈ মন মেলিছোঁ। তুমি মোক বাধা নিদিবা। আকৌ মান-সন্মান নষ্ট হোৱাৰ কথা যে কৈছা? আমি গাঁৱলীয়া খেতিয়ক সোপাৰ নো কি মান-সন্মান আছে? তাতে? য'ত ইমান হৈছে তাত মোৰ দৰে এজন কৃষকৰ ল'ৰা পৰাজয় হোৱাতো একো ডাঙৰ কথাই নহ'ব।

দেওৰেকৰ মুখত ইমানখিনি কথা শুনাৰ পিছত নিঃশব্দে ভজি ভিতৰলৈ সোমাই গ'ল। ভাত-পানী যতনাই অতি আদৰ-সাদৰ কৰি দেৱৰ ৰাজাক খুৱালে। বিয়াত পিন্ধা দাদায়েকৰ কাপোৰ জোৰ বৰ পেটাৰি[৯]ৰ পৰা উলিয়াই তাক পিন্ধিবলৈ দিয়ে। কাপোৰ-কানি পিন্ধি

৭ ভজি নবৌ ৮ গৈৰাম ককায়েকৰ খুলখালী ৯ পেটাৰি-পেৰা





ওলাই অহাত দেউৰেকত ৰূপ দেখি তেওঁ নিজেই মোহিত হৈ পৰিল। ককায়েকৰ কলমটোও পকেটত গুজি দি মূৰত ধৰি আৰ্শীবাদ কৰি কপালত চন্দনৰ তিলক আঁকি দেৱৰৰ জয়যুক্ত কামনা কৰি ভজিয়ে তাক বিদায় দিয়ে।

দেৱৰ ৰাজাই ৰাজকুমাৰীৰ লগত তৰ্কযুদ্ধত লিপ্ত হ'বলৈ যাত্ৰা আৰম্ভ কৰিলে। কিছু দূৰ বাট যোৱাৰ পিছত হঠাতে ক'ৰবাৰ পৰা এটা সাপ আহি তাৰ দুই ভৰিৰ মাজেদিয়েই পাৰ হৈ গ'ল। সি থমকি ৰ'ল। পকেটৰ পৰা কাগজ আৰু কলম ডাল উলিয়াই ল'লে। পিছে সি পঢ়াশুনা একেবাৰেই নেজানে। গতিকে কাগজ খিলাত মাত্ৰ এডাল আঁচ টানি থ'লে।

সি পুনৰ আগ বাঢ়ি যাবলৈ ধৰিলে। এনেতে সি বাটৰ কাষৰ পথাৰত ঘুলি লৈ থকা এটা মতা ম'হ দেখা পালে। ম'হটোৱে এবাৰ ইকাটি এবাৰ সিকাটি কৰি ঘুলি লৈ থাকোঁতে ম'হৰ পিঠিলৈ বোকা পানীবোৰো উঠি আহিছিল। এনেদৰে কৰি থাকোঁতে এবাৰ এজনী পুথি মাছ পানীৰ লগতে ম'হটোৰ পিঠিলৈ উঠি আহিল। ম'হৰ পিঠিত উঠি পুথিমাছ-জনীয়ে দুই এটা জঁপ মাৰিছিল পানীলৈ নামি যোৱাৰ চেষ্টাৰে। কিন্তু ওচৰতে খাপ পাতি ৰৈ থকা বগলী এটাই খপকৰে মাছজনী ধৰি লৈ গ'ল। এটা মতা ম'হ, এজনী পুথি মাছ আৰু এটা বগলী এইবাৰ যুৱকে তাৰ বহীখনত তিনিডাল আঁচ টানি থ'লে।

সি আৰু আগ বাঢ়ি গ'ল। কিছু দূৰ যোৱাৰ পিছত সি গৰুৰ লাওখোলাৰ চকুৰ গাঁতটোত চৰাইৰ বাঁহ এটি দেখা পালে। সি লাওখোলাটোৰ ওচৰ চাপি অহাত তাৰ পৰা খপজপাই মাছৰোকা চৰাই এজনী উৰি যোৱা দেখিলে। বহীখন উলিয়াই আৰু এডাল আঁচ টানি থ'লে।

বাটত ঘটা ঘটনাবোৰ প্ৰত্যক্ষ কৰি কৰি দেৱৰ ৰাজা ৰাজকুমাৰী লাভ কৰাৰ উদ্দেশ্যেৰে আগ বাঢ়ি গৈয়েই থাকিল। এনেতে বাটৰ কাষৰ গছ এজোপাৰ মকৰাৰ জালত পৰি থকা নিয়ৰৰ মুকুতা হেন টোপালৰ পৰা মকৰা এটাই পানী খাই থকা সি দেখা পালে। সি পুনৰ জেপৰ পৰা কাগজ কলম উলিয়াই আৰু এডাল আঁচ টানি থ'লে।

এইদৰে গৈ গৈ সি ৰজাৰ নগৰত প্ৰৱেশ কৰে। গাঁৱলীয়া ডেকা এজন হুৰমুৰ কৰি ৰাজদৰবাৰত প্ৰৱেশ কৰিবলৈ চেষ্টা কৰা দেখি ৰজাৰ চন্তৰীয়ে ক'লে, 'হেৰা ডেকা ল'ৰা! তুমি ৰাজকুমাৰীৰ চাকৰ হ'বলৈ আহিছা নেকি?' কোন কাৰ চাকৰ হ'ব সেইটো সময়েহে থিৰাং কৰিব বুলি সি চমুকৈ চিপাহীক উত্তৰ দিলে।

সি ৰাজকুমাৰীৰ লগত তৰ্ক প্ৰতিযোগিতাত যোগ দিবলৈ অহা বুলি জানিব পাৰি চিপাহী কেইজনে হাঁহি ৰখাব নোৱাৰিলে। পিছে ৰজাৰ হুকুম তামিল[১০] কৰিব লাগিবই। সেই

১০ তামিল সনা

ভাবি গাঁৱলীয়া ডেকাজনক অন্য যুৱৰাজসকলৰ বাবে ৰখা ডেৰাত থকা-মেলাৰ ব্যৱস্থা কৰি দিয়ে।

পিছদিনা যথা সময়ত ৰাজ দৰবাৰ বহিল। তৰ্ক প্ৰতিযোগিতা আৰম্ভ কৰা হ'ল। গোটেই দিনধৰি বিভিন্ন ঠাইৰ পৰা অহা ৰাজকুমাৰ সকলে

তৰ্ক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি প্ৰত্যেকেই শেন হৈ গৈ ফেঁচাটোৰ দৰে উলটি অহা বৌয়েকৰ আঁচলৰ ধন দেৱৰ বাজাই দেখিবলৈ পালে। একেবাৰে শেষৰজন প্ৰতিযোগী হিচাপে তাৰ ডাঁক[১১] আহিল। সি ৰাজকুমাৰী থকা গৃহত প্ৰৱেশ কৰিলে। প্ৰতিযোগিতা কক্ষৰ জাক-জমকতা আৰু ৰাজকীয় বৈভৱ দেখি সি তবধ মানিলে।

ৰাজকুমাৰীয়ে তাইৰ উদ্ধত শিৰ তুলি তাৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে আৰু ঠাৰেৰে তাক বহিবলৈ ইঙ্গিত দিলে। সি আসন গ্ৰহণ কৰিলে যদিও আন আন ৰাজকুমাৰৰ দৰে ৰাজকুমাৰীক সম্ভাষণ নজনালে। তাৰ আচৰণ আৰু বেশ ভূষণ লক্ষ্য কৰি ৰাজকুমাৰীয়ে সি এটা গাঁৱলীয়া অজমূৰ্খ বুলি বুজি পাইছিল। তাক চাকৰৰ যোগ্য হিচাপে গণ্য কৰি ৰাজকুমাৰীয়ে ক'লে—'হে যুৱক! তুমি কোন মই নেজানো আৰু জানিবলৈ চেষ্টাও নকৰোঁ। প্ৰতিযোগিতাত চৰ্ত অনুসৰি মই তোমাক প্ৰশ্ন কৰিব লাগিছিল আৰু তুমি তাৰ উত্তৰ দিব লাগিছিল। কিন্তু মই বুজিবই পাৰিছোঁ যে তোমাৰ দৰে অজলা এজনক প্ৰশ্ন কৰি কোনো লাভ নহ'ব। সেয়ে তুমিয়েই মোক প্ৰশ্ন কৰা। যদিহে তোমাৰ প্ৰশ্নৰ উচিত উত্তৰ মই দিব নোৱাৰোঁ তেনেহ'লে মই তোমাক বিয়া কৰাম। আৰু যদি সকলো প্ৰশ্নৰ উত্তৰ দিব পাৰোঁ তেন্তে তুমি জীৱনজোৰা মোৰ চাকৰ হৈ থাকিব লাগিব। মঞ্জুৰ আছানে?

যুৱকে মূৰ জোকাৰি নিজৰ সন্মতি প্ৰকাশ কৰিলে। যুৱকজন জালত পৰিল।

এনে ভাৱত দুই-এজন পাত্ৰ-মন্ত্ৰীৰ তাৰ প্ৰতি অনুকম্পাও হৈছিল।

যি হওক যুৱকজনে প্ৰশ্ন কৰিলে—

'ঘৰলে বাহিৰ হইল বৰ
বৰেৰ ঠেং তলে সৰ
চাইৰ গড়িয়াৰ ওপৰে নিগড়িয়া
নিগড়িয়াকে ধৰল দুগড়িয়া
আঁখি ভিতৰলে পাঁখি ফুৰ
জালে ধৰল জলকে।'

প্ৰশ্নখিনি কৈ শেষ কৰি যুৱকে ক'লে ৰাজকুমাৰী মোৰ আটাইকেইটা প্ৰশ্নৰ সঠিক উত্তৰ দিব পাৰিলে তুমি ভবাৰ দৰেই মই গোটেই জীৱন তোমাৰ চাকৰ হৈ কটাই দিম।

১১ মাতা, পালপৰা, ১৩ ইঙ্গিতেৰে





আনহাতে যদিহে তুমি উত্তৰ দিব নোৱাৰা তেন্তে তোমাৰ প্ৰস্তাৱটো মনত পেলাই দিয়াৰ আশা কৰোঁ কোনো প্ৰয়োজন নাই।

প্ৰশ্ন শুনিয়েই ৰাজকুমাৰীৰ অৱস্থা শিল পৰা কপৌৰ দৰে হ'ল। সন্ধ্যাৰ পৰা গোটেই ৰাতি ভাবিও ৰাজকুমাৰীয়ে যুৱকৰ এটাও প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে।

তৰ্ক প্ৰতিযোগিতাত পৰাজিত হৈ ৰাজকুমাৰীয়ে যুৱকৰ লগত বিবাহ পাশত আৱদ্ধ হ'ব লগীয়াত পৰিল। ৰজাই জোঁৱায়েকক নিজৰ আধা ৰাজ্য দি যুৱৰাজ পাতি ল'লে। তেতিয়া যুৱকজনে নিজৰ ককায়েক আৰু নবৌয়েকক আনি লৈ সুখে-শান্তিৰে দিন অতিবাহিত কৰিবলৈ ধৰিলে।

# সাত ভাই এক ভনী

কিমান যে পুৰণি দিনৰ কথা তাৰ কোনো ঠিকনা নাই। কোনোৱে ক'ব'ই নোৱাৰে ঘটনাটো কোন যুগত ঘটিছিল। কিন্তু কথিত আছে যে সেই আওপুৰণি যুগত কোনো এখন গাঁৱত সাতজন ভাই-ককাই একেলগে বাস কৰিছিল। সিহঁতৰ একেজনী মাত্ৰ নুমলীয়া ভনীয়েক আছিল। ধুনীয়া ছোৱালীজনী। কামে-কাজে তাই বৰ পাকৈত। ডাঙৰক সমীহ কৰি চলা আৰু আদেশ পালন কৰা স্বভাৱৰ ছোৱালীজনীক সকলোকে মৰম কৰিছিল। একেবাৰে সৰুজন ককায়েকৰ কথা নক'লেও হ'ব। সি ভনীয়েকক নিজৰ জীউ লাও বুলি ভাবিছিল।

সিহঁত সকলোৱে সুখে-শান্তিৰেই প্ৰকৃতিৰ বুকুৰ অকলশৰীয়া গাঁওখনত দিন অতিবাহিত কৰিছিল। পিছে এই শান্তিপূৰ্ণ ঘৰখনত এজনী এজনীকৈ ছয়জনী বোৱাৰী আহিল। তাৰে ডাঙৰজনীৰ স্বৰূপটো আছিল সাইলাখ মন্থৰাৰ। বাকীকেইজনী আছিল তাইৰ পদলেহনকাৰী আজ্ঞাবাহী সহচৰী। ফলত ঘৰখনৰ যাউতি-যুগীয়া শান্তি ফুৎ কৰে ঠিক বতাহত শিমলু গছৰ তুলা উৰাদি উৰি গুছি গ'ল।

ঘৰখনৰ চিৰাচৰিত প্ৰথা অনুযায়ী সাতোজন ভাই-ককাই পুৱাতে জা-জলপান খাই নিজৰ নিজৰ শৰ ধেনু লৈ চিকাৰ কৰিবলৈ ওলাই যায়। কিয়নো এইটো বৃত্তিয়েই আছিল সিহঁতৰ জীৱন ধাৰণৰ প্ৰধান উপায়।

ককায়েকহঁতৰ অনুপস্থিতত বৌয়েকহঁতে ভনীয়েকক বৰ কষ্ট দিছিল। ঘৰৰ সকলো কাম কৰিও তাই বৌয়েকহঁতৰ পৰা মাৰ খাব লগীয়াত পৰিছিল। ভগৱানৰ ঘৰত ফুল চন্দন ঘটিলেও তাইৰ ভাগ্যত বৌয়েকহঁতৰ গালি-শপনি কদাপি নঘটিছিল। কেৱল এয়ে নহয় ককায়েকহঁতৰ আন্তৰিকতা আৰু মৰমৰ পৰাও বৌয়েক কেইজনীয়ে তাইক বঞ্চিত কৰিছিল। নন্দেকে একোকে নমতাত সিহঁতে পুনৰ ক'লে, 'ক বুলিছোঁ ক। নহ'লে কোবাই পিঠি নেফানেফ কৰিম।' ভয়তে ছোৱালীজনীয়ে আচল কথাটো কৈ পেলালে। কটা আঙুলিৰ তেজৰ কথা কচুশাকত মিহলি হৈ যোৱা শুনি বৌয়েকহঁতৰ চকু কপালত উঠিল।

মন্থৰাজনীয়ে পিছে অন্যকথাহে চিন্তিলে। তাই ভাবিলে, 'বাটৰ জেং আঁতৰ কৰাৰ উপায় ওলাল।' তাই আটাইকেইজনী জাকে মন্ত্ৰণা দিয়ে। সেই মন্ত্ৰণাৰ কথা ৰাতি আটায়ে নিজৰ নিজৰ গিৰিয়েকহঁতৰ কাণত ঢালি দিয়ে। হোজা-অঁকৰা ছয়োজন ভাই-ককাই ছলনাৰ জালত বন্দী হ'ল।

আন দিনৰ দৰে পুৱা শুই উঠি খোৱা-বোৱা কৰি ভাই-ককাই আটায়েই চিকাৰলৈ যায়। চিকাৰত সিহঁতৰ কাৰোৱেই মন নবহিল। সৰুজন ভায়েকক সিহঁতে খাঁখ্‌ড়া খৰিবলৈ





বিললৈ পঠাই দিয়ে। তাৰ পিছত আটাইকেউজন আলোচনাত বহিল। মন্থৰা ৰূপী ডাঙৰ বোৱাৰীৰ যাদুৰ প্ৰকোপত। সিহঁতৰ বুদ্ধি ভ্ৰষ্ট হৈছিল। সেয়ে তাইৰ মন্ত্ৰণা মতেই সিহঁতে এটা 'আনহোনি' কাম কৰিবলৈ সিদ্ধান্ত লয়।

পিছদিনা সিহঁত আকৌ চিকাৰলৈ ওলায়। ফুচলাই মেলি সেইদিনা সিহঁতে ভনীয়েককো লগত লৈ যায়। বহুদূৰ বাট খোজকাঢ়ি ভনীয়েকৰ ভাগৰ লাগে। তেতিয়া গভীৰ অৰণ্যৰ মাজত সজা এটা 'মাচানত' তুলি সিহঁতে ভনীয়েকক জিৰণি ল'বলৈ কয়।

তাৰ পিছত সিহঁতে টুনৰ পৰা কাঁড় উলিয়াই ধাৰ দিবলৈ লয়। সিহঁতৰ গতি-গোত্ৰ দেখি সৰু ভায়েকৰ মনত সংশয় ওপজে। ককায়েকহঁতে নো কি কৰিবলৈ লৈছে সি জানিব বিচাৰে।

ককায়েকহঁতে তাক আচল কথাটো ক'লে। লগতে ইয়াকো ক'লে যে যদিহে সি ককায়েকহঁতৰ হুকুম মতে কাম নকৰে তেনেহ'লে তাকো সিহঁতে মাৰি পেলাব। তাৰ প্ৰাণসম ভনীয়েকক প্ৰাণে মৰাৰ আঁচনি দেখি তাৰ মন বননিত খেৰণীৰ জুই জ্বলি উঠিল। অন্তৰ তাৰ ছাৰখাৰ হৈ গ'ল। পিছে সি নিৰুপায়। নিয়তিৰ ওচৰত সি আত্ম সমৰ্পণ কৰে।

সৰ্বপ্ৰথমতে বয়োজ্যেষ্ঠ ককায়েকে ধেনু কাঁড় সংযোজন কৰে। ভনীয়েকৰ বুকু ভেদি যোৱাকৈ সি কাঁড় এপাট মাৰিবলৈ উদ্যত হোৱা দেখি ভনীয়েকে সকলো কথাই বুজিব পাৰিলে। তাইৰ অন্তৰত ওপজা বুভুক্ষু বেদনাৰ জ্বলা তেতিয়া গীতৰূপে প্ৰকাশ পালে-

কাথি ৰাঙ্গল কাঁড় দাদা
কাথি ৰাঙ্গল কাঁড়
মাৰো ত' মাৰো দাদা
ছটিয়া টিকাই দাদা
ছটিয়া টিকাই।
(কিহেৰেনো ৰঙাব শৰপাট
কিহেৰে ৰঙাবা শৰ
মাৰিবই যদি খুজিছা, দাদা
(মাৰা) মোৰ বুকুলৈই টোৱাই দাদা
বুকুলে টোৱাই।)

ছোৱালীজনীয়ে মৰণ বিননি জুৰিলে। কিন্তু তাৰ পৰাও একো ফল নধৰিলে। কাঠচিতিয়া ককায়েকৰ অন্তৰ নগলিল। সি ধেনু তুলি ভনীয়েকৰ বুকুলৈ টোৱাই কাঁড় নিক্ষেপ কৰে। কিন্তু সি লক্ষ্যভেদ কৰিব নোৱাৰিলে।

তাৰ পিছত দুই নম্বৰ ককায়েকে যেতিয়া ধেনুকাঁড় লৈ তাইক বিন্ধিবলৈ সাজু হ'ল

তেতিয়া তাই পুনৰ বিননি জুৰিলে-

কাথি ৰঙ্গল কাঁড় দাদা
কাথি ৰঙ্গল কাঁড়
ছাটিয়া টিকাই দাদা
ছাটিয়া টিকাই।

ককায়েকে তাইক লক্ষ্য কৰি শৰ নিক্ষেপ কৰিলে। পিছে সিও ব্যৰ্থ হ'ল। এইদৰে এজন এজনকৈ ছয় জনেই তাইক কাঁড় মাৰিবলৈ চেষ্টা কৰি প্ৰত্যেকেই অকৃতকাৰ্য হ'ল। শেষত পাল পৰিল তাইৰ মৰমৰ সৰুজন ককায়েকৰ। সি কোনোমতে তাইৰ প্ৰাণ ল'বলৈ সন্মতি প্ৰকাশ নকৰিলে। তাৰ বাবে সি ককায়েকহঁতৰ পৰা অনেক গালি-শপনিও শুনিব লগা হ'ল।

সৰুজনৰ বাহিৰে বাকী আটাইকেইজনে আকৌ এবাৰ তাইলৈ লক্ষ্য কৰি কাঁড় নিক্ষেপ কৰে। কিন্তু এইবাৰো সিহঁত কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে।

ভনীয়েকৰ সোৱাদ মাংস খাবলৈ সিহঁত বদ্ধ পৰিকৰ। সেয়ে এইবাৰ সৰু ভায়েকক সিহঁতে ক'লে- যদিহে তই তাইলৈ কাঁড় নিক্ষেপ নকৰ তেন্তে আমি তোকেই মাৰি পেলাম আৰু তোৰ মাংসকে ৰান্ধি খাম।

এইদৰে দাবি-ধমকি আৰু ভয় দেখুৱাত অনিচ্ছা সত্বেও সি মৰমৰ সৰু ভনীয়েকক লক্ষ্য কৰি কাঁড় মাৰিবলৈ সাজু হ'ল। তাকে দেখি ভনীয়েকে পুনৰ বিননি জুৰি গীত গাবলৈ ধৰে-

কাথি ৰঙ্গল কাঁড় দাদা
কাথি ৰঙ্গল কাঁড়
মাৰবে ত মাৰো দাদা
ছাটিয়া টিকাই দাদা
ছাটিয়া টিকাই।

অনিচ্ছা সত্বেও নিজৰ প্ৰাণৰ দায়ত সৰুজন ককায়েকে তাইলৈ লক্ষ্য কৰি কাঁড় এপাট মাৰি পঠিয়ালে। কাঁড় পাট তাইৰ বুকু ভেদ কৰি গ'ল। ছোৱালীজনী মৰি থাকিল।

ভনীয়েকৰ শটো নমাই আনি সৰুজন ভায়েকৰ বাহিৰে আটাইকেউজনে মিলি তাইৰ মাংসখিনি কুটি-বাচি ল'লে। তাৰ পিচত ডাঙৰ জন গ'ল পানী আনিবলৈ আৰু একেবাৰে সৰুজনক সিহঁতে জুই বিচাৰি পঠালে।

বহুদূৰ যোৱাৰ পিছত ভায়েকে জুই জ্বলোৱা শিল বিচাৰি পালে। পাহাৰ তলিৰ হাবিৰ মাজত সি জুই একুৰা জ্বলাই লৈ বিলৰ পৰা ধৰি লৈ যোৱা মাছ আৰু কেঁকোৰা পুৰি সি গামোচাত বান্ধি ল'লে।

জুই আনি ককায়েকহঁতক দিয়াত সিহঁতে মহানন্দে ভনীয়েকৰ মাংস ৰান্ধিলে। আটায়েই খাবলৈ বহিল। সৰু ভায়েককো সিহঁতে এভাগ মাংস খাবলৈ দিয়ে। পিছে সি ভনীয়েকৰ





মাংস কোনো পধ্যেই নেখালে। ককায়েকহঁতে অৱশ্যে সেই কথাৰ একো ভূ-ভুটুং নেপালে। কিয়নো সৰু ভায়েকে অতি কৌশল কৰি সিহঁতৰ চকুত ধূলি মাৰিছিল। কাৰণ সিহঁতে যেতিয়া মাংস খাইছিল তেতিয়া সি গামোচাত বান্ধি অনা পোৰা মাছ খাইছিল আৰু সিহঁতে যেতিয়া মাংসৰ হাড় চোবাইছিল তেতিয়া সি কেঁকোৰা চোবাইছিল।

সকলোৱে খাই অতাঁই যেতিয়া ঘৰমুৱা হ'ল তেতিয়া সৰুজন ককায়েকে ইনাই-বিনাই কান্দি কান্দি নিজৰ ভাগৰ মাংসখিনি আৰু ভনীয়েকৰ অৱশিষ্ট হাড় মূৰসমূহ সংগ্ৰহ কৰি লৈ যায়। গাঁৱৰ ওচৰতে বাৰীৰ ঢাপত সেইখিনি সযতনে কবৰ দিয়ে আৰু ভনীয়েকৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়।

ভালেমান দিন পাৰ হৈ গ'ল। ভনীয়েকৰ কবৰৰ ওপৰত এজোপা লহপহীয়া বাঁহ গছ গজিল। বাঁহ জোপাৰ ফালে সদায়ে এবাৰ অশ্ৰুসিক্ত নয়নেৰে সৰুভায়েকে নজৰ দিয়ে আৰু ভনীয়েকৰ মৰম লগা মুখখন মনত পেলাই দুধাৰি চকুলো টোকে।

বছৰ দিয়েকৰ পিছত সেইপিনেদি এজন ডম যুৱক ফুৰিবলৈ আহিছিল। বাঁহ জোপালৈ চকু পৰাৰ লগে লগে সি থৰ হৈ ৰৈ গ'ল। সি মনতে কথাবোৰ পাগুলিলে—ইমান যে ধুনীয়া এই জোপা বাঁহ। ইয়াৰ দ্বাৰা নিঃসন্দেহে ভাল মুৰলী বনাব পৰা যাব। এইদৰে ভাৱি সি দা এখন লৈ বাঁহডাল কাটিবলৈ আগ বাঢ়ি যায়। ঘাপ এটা মাৰিবলৈ লওঁতেই বাঁহডালৰ পৰা এটা মধুৰ সুৰ অনুৰণিত হ'বলৈ ধৰিলে। সুৰটো ঠিক এনে ধৰণৰ আছিল-

ধীৰে ধীৰে কাটবে ৰে
ডমৱা ৰে ভায়া....
এহে হাক ভায়েক
ৰূপল বাঁশ।

ডম যুৱকে ভাৱিলে যে বাঁহডালৰ পৰাই যদি ইমান মধুৰ সুৰ নিৰ্গত হ'ব পাৰে তেন্তে ইয়াৰ মুৰলী বনাই বজালে নিশ্চয় অতি মধুৰ হ'ব। বাঁহ ডাল কাটি সি মুৰলী বনালে। সঁচাই বৰ সুন্দৰ সুৰ এই মুৰলীৰ।

ভেৰা ছাগলী চৰাঁওতে সি সদায়েই এই মুৰলীটো লগত লৈ ফুৰিছিল। গৰখীয়া ডমে বাঁহীটো বজাই অপূৰ্ব আনন্দ লাভ কৰিছিল।

এবাৰ সি কিবা কাৰণত সেই সাতজন ভাই-ককাই থকা গাঁৱলৈ যাব লগীয়া হৈছিল। সি যেতিয়া ছয়োজন ককায়েকৰ পদুলিত মুৰলী বজাইছিল তেতিয়া তাৰ পৰা এটা বেসুৰা সুৰ নিৰ্গত হৈছিল। সুৰটো এনেধৰণৰ হৈছিল

মতো ফুকোঁ মতো ফুকোঁ
ডমৰা ৰে ভায়া
এহে হাক
দুশমনাক ঘৰ।

কিন্তু যেতিয়া সৰুজন ককায়েকৰ পদুলি পালেগৈ তেতিয়া বাঁহীৰ মধুৰ ঝঙ্কাৰে মানুহৰ

মন-প্ৰাণ মোহি পেলাইছিল। বাঁহীৰ সুৰৰ মূৰ্চনাই তেতিয়া গীতৰ আকাৰ ধাৰণ কৰিছিল ঠিক এইদৰে-

ধীৰে ধীৰে ফুংকবে ৰে
ডমাৱা ৰে ভাইয়া
এহ হাক সহদৰ ভাই।

বাঁহী বাদক ডম যুৱকজন এনেকৈয়ে বাঁহী বজাই বজাই এখন গাঁৱৰ পৰা আন এখন গাঁৱত ঘূৰি ফুৰিবলৈ ধৰে। এনেদৰে ঘূৰি ফুৰোঁতে সি এদিনাখন তাৰ চাওঁতাল বন্ধু এজনৰ ঘৰত উপস্থিত হয়। বাঁহীৰ অপূৰ্ব সুৰ লহৰিত সেই বন্ধুজনো মোহিত হয়। ৰাতিটোৰ বাবে 'ডম' যুৱকক সি অতিথি হিচাপে অতিকে আদৰ-সাদৰ কৰি ৰাখে।

চাওঁতাল যুৱকজন বাঁহীটোৰ প্ৰতি ইমানেই আকৰ্ষিত হয় যে ৰাতি যেতিয়া ডম যুৱকজন টোপনিত লালকাল দি আছিল সেই সময়ত সি অতি সাৱধানে নিজৰ বাঁহীটোৰ লগত ডম যুৱকৰ বাঁহীটো সলনি কৰি লয়।

ৰাতি ঘটি যোৱা ঘটনাটোৰ বিষয়ে ডম যুৱকজনে একোকে জানিব নোৱাৰিলে। পিছদিনা ৰাতিপুৱা চাহ জলপান খাই চাওঁতাল ডেকাৰ বাঁহীটোকে নিজৰ বুলি ভাবি সেইটোকে লৈ অন্য এখন গাঁৱলৈ গুছি যায়।

চাওঁতাল যুৱকজনে এই বাঁহীটো ইমানেই ভাল পাইছিল যে সি এখন্তেকৰ বাবেও এৰি নিদিছিল। গৰখীয়া চাওঁতাল যুৱকজনে বাঁহীটো নিজৰ প্ৰাণৰ আপোন জ্ঞান কৰিছিল।

দিনৰ দিনটো গৰু চৰাই ভাগৰি পৰা চাওঁতাল যুৱকজন ৰাতি ভাত পানী খাই বিচনালৈ যায়। তাৰ ভাগৰুৱা দেহাটো বিচনাত এৰি দিয়াৰ ক্ষন্তেক পিছতে সি গভীৰ টোপনিত লালকাল দি শুই পৰে। সেই সুযোগতে বাঁহীৰ ভিতৰৰ পৰা এগৰাকী দিপলীপ কন্যা ওলাই আহে। প্ৰথমতে তাই ঘৰ-দুৱাৰ চাফ-চিকুণ কৰে। যুৱকজনৰ কাপোৰ-কানি ধুই পখালি পৰিস্কাৰ কৰে। তাৰ পিছত ভাত পানী ৰান্ধি পীড়া পাৰি পানী ঘটিৰে সৈতে ভাত আঞ্জা যুৱকৰ বাবে যুগুতাই থৈছিল।

ৰাতিপুৱা শুই উঠি যুৱকজনে এইবোৰ অলৌকিক কাণ্ড-কাৰখানা দেখি তৱধ মানিছিল। বিস্ময় বিমুগ্ধ চিতে সি এই অলৌকিক ঘটনাৰ পুনৰাবৃত্তি হোৱা প্ৰতিদিনেই প্ৰত্যক্ষ কৰিছিল।

এনে নাভূত-নাশ্ৰুত ঘটনা কিদৰে সংঘটিত হয় তাৰ চয় নিশ্চয় কৰিবলৈ এদিন ৰাতি সি টোপনিৰ ভাওজুৰি বিচনাত পৰি আছিল। ৰাতি দোভাগত সি দেখা পালে তাৰ মৰমৰ বাঁহীটোৰ ভিতৰৰ পৰা এজনী দীপলিপ ধুনীয়া ছোৱালী ওলাই আহে। তাই ঘৰ পৰিস্কাৰ কৰা, ৰন্ধা বঢ়া আদি যাৱতীয় সকলো কাম কাজ শেষ কৰি পুনৰ সেই বাঁহীটোৰ ভিতৰত সোমাই অদৃশ্য হৈ যায়।

ছোৱালীজনীৰ কাণ্ডকাৰখানা দেখি সি বৰ তৱধ মানিলে। ছোৱালীজনী তাৰ বৰ ভাল লাগে। যিকোনো উপায়ে সি সেই ছোৱালীজনীকে বিবাহ কৰিবলৈ মন মেলে। বহু চিন্তা-ভাৱনা কৰাৰ পিছত কি উপায়েনো সি তাৰ মনোবাঞ্ছা পূৰ্ণ কৰিব একো ঠিক কৰিব নোৱাৰিলে।





সেয়ে সি ধাইবুঢ়ীৰ শৰণাপন্ন হয়।

মাজৰাতি বাঁহীৰ ভিতৰৰ পৰা কিদৰে এজনী চালে চকু ৰোৱা 'গৌৰ' বৰণৰ ধুনীয়া ছোৱালী ওলাই আহে, কেনেকৈ ঘৰৰ সকলো কাম-বন কৰে, ভাত-পানী সিজাই আৰু তাৰ পিছত পুনৰ বাঁহীৰ ভিতৰত সোমাই পৰে এই সকলোখিনি কথা শুনাৰ পিছত ধাইবুঢ়ীয়ে এটি মিচিকীয়া হাঁহি মাৰি চাওঁতাল যুৱকক শাৰী-কাপোৰ, থাল-বাতি আৰু এটি সিধা (এসাজৰ খাদ্যদ্ৰব্য) বকচিচ হিচাপে দিবলৈ কয়। এই সকলোবোৰ দিবলৈ মান্তি হোৱাত ধাইবুঢ়ীয়ে চাওঁতাল যুৱকৰ কাণে কাণে কৈ বুদ্ধি এটা শিকাই দিয়ে।

যুৱকজন বৰ উৎফুল্লিত হৈ পৰে। পিছে তাৰ মনত খুদুৱনীয়ে বাঁহ বান্ধিছিল। জয়ী হ'ব পৰা নোৱাৰাৰ উৎসুকতাই তাক বাৰুকৈয়ে অস্থিৰ কৰি তুলিছিল। যি কি নহওক ভাত পানী খোৱাৰ পিছত সি বিচনাত উঠিল আৰু টোপনি যোৱাৰ ভাও দি এনেয়ে পৰি থাকিল।

সময় তাৰ সেইদিনা যেন নেযায়-নুপুৱায় লাগিল। প্ৰতি পলতে সি বাঁহীটোলৈ নজৰ দি থাকিল। চকুৰ পলক পেলাবলৈকো যেন সি পাহৰি গ'ল। এনেকৈয়ে এভাগ ৰাতি পাৰ হৈ যায়। তাক আচৰিত কৰি দি ঠিক মাজৰাতি ছোৱালীজনী বাঁহীৰ ভিতৰৰ পৰা ওলাই আহে। প্ৰথমতে তাই যুৱকৰ বিচনাৰ কাষলৈ আহে। কাপোৰ গুচাই যুৱকৰ মুখখন উলিয়ায়। হাতফুৰাই মৰম কৰে। গালত আলেফুলে এটি চুমা যাঁছে। তাৰ পিছত তাই অতি সন্তৰ্পণে এখুজি-দুখুজি কৰি ঘৰৰ ভিতৰলৈ যায়। ভাত-পানী ৰন্ধা-বঢ়া কৰে। পীৰা পাৰে। যুৱকৰ বাবে ভাত-পানী যতনাই থয়।

যাৱতীয় এই সকলো কাম কৰি তাই পুনৰ যুৱকৰ ওচৰলৈ যায়। ভৰি 'পুথনাত' থিয় হৈ অপলক নেত্ৰে তাই যুৱকক নিৰীক্ষণ কৰে। মাটিত বহি যুৱকৰ ভৰিত নিজৰ শিৰ স্পৰ্শ কৰি এটি দীঘলীয়া প্ৰণাম জনায় । আৰু তাৰ পিছত তাই অতি সন্তৰ্পণে এখুজি-দুখুজি কৰি বাঁহীটোৰ ফালে আগ বাঢ়ে। বাঁহীত প্ৰৱেশ কৰিবলৈ তাই যো-জা চলায়।

ঠিক সেই মুহূৰ্ততে যুৱকজনে শোৱা পাটীৰ পৰা একেজাপে উঠি গৈ ছোৱালীজনীৰ হাত এখনত ধৰি পেলায়। ছোৱালীজনীয়ে বাঁহীৰ ভিতৰলৈ সোমোৱাৰ সকলো চেষ্টা ব্যৰ্থ কৰি সি আগদিনাই যুগুতাই ভাঙি পেলায়। বাঁহীটো ভাঙি পেলোৱাৰ লগে লগে ছোৱালীজনী মুচকচ্ গৈ মাটিত ঢলি পৰে।

ধাই বুঢ়ীৰ শিকনিমতে যুৱকজনে তৎক্ষণাৎ 'চেলটা টেঙা' (ঔ টেঙা)ৰ বিজলুৱাখিনিৰে তাইৰ মূৰত ভৰণ দিয়ে। ফলত কিছু সময়ৰ পিছতে তাই সম্পূৰ্ণ সুস্থ হৈ উঠে।

সূৰ্যৰ কিৰণ পৃথিৱীত পৰাৰ লগে লগে বাঁহীৰ পৰা ওলাই পৰা ছোৱালীজনীৰ কথা সমগ্ৰ চাওঁতাল গাঁৱতে ৰজনজনাই গ'ল। খবৰ পাই 'গতিয়া'সকল ল'ৰাটোৰ ঘৰলৈ আহে আৰু 'চট লগন পট বিহা' নিয়মেৰে দৰা-কন্যাৰ শুভ বিবাহ কাৰ্য সম্পন্ন কৰি দিয়ে।

ল'ৰাটোৱে ধাই বুঢ়ীক পুৰস্কাৰ দিবলৈ নেপাহৰিলে। এখন শাৰী বেছিকৈহে দিয়ে। কিয়নো গাখীৰৰ ধাৰ দিবলৈ তেতিয়া তাৰ 'শাগুৰি' ইহসংসাৰত নাছিল। ইয়াৰ পিছত দুয়ো সুখে-সন্তোষে দিন কটাবলৈ ধৰে।

# ৰাক্ষস আৰু ৰাম-লখন

প্ৰবাদ আছে যে বহু যুগৰ আগতে পৃথিৱীত ৰাক্ষস নামৰ এবিধ দুৰ্দান্ত খঙাল আৰু ভোকাতুৰ প্ৰাণীয়ে বসবাস কৰিছিল। দীঘল চোকা নখ, বিকট বদন, মুখৰ কোৱাৰি ঠেলি ওলাই যোৱা দুটা জোঙা দাঁত থকা এইবিধ জীৱৰ গা চোৱা মানুহৰ আৰু মূৰটো ঘোঁৰাৰ আকৃতিৰ আছিল। মানৱৰ পৰম শত্ৰু এই ঘৰমুহা[১] ৰাক্ষসবোৰৰ অতি প্ৰিয় খাদ্য আছিল মানুহ। দিনৰ ভাগত ইহঁত গভীৰ অৰণ্যৰ মাজত থকা নিজৰ ঘৰত জিৰণি লৈছিল আৰু ৰাতি হোৱাৰ লগে লগে মানুহৰ বসতিস্থানলৈ আহি খাবৰ বাবে মানুহ ধৰি লৈ গৈছিল। কিছুমান ৰাক্ষস ইমানেই ভয়ংকৰ আছিল যে সিহঁতৰ উৎপাতত গঞা ৰাইজ অতি ভয় আৰু আতংকৰ মাজত দিন কটাব লগাত পৰিছিল। এনে ৰাক্ষসৰ ভোজনৰ ব্যৱস্থাৰ লগতে প্ৰতি ৰাতিয়েই একেজনকৈ মানুহও দিব লগা হৈছিল।

চাওঁতাল ৰজাৰ ৰাজ্যত এনে এজন ভয়ংকৰ ৰাক্ষসৰ আবিৰ্ভাৱ হৈছিল। গভীৰ ৰাতিৰ অন্ধকাৰৰ সুযোগ লৈ এই ৰাক্ষসটোৱে আজি এখন গাঁৱত কালিলৈ সিখন গাঁৱত ওলাই একোটাকৈ মানুহ ধৰি লৈ গৈছিল। ৰাক্ষসৰ ভয়ত গঞা ৰাইজে ফুট-গধূলিতে ভাত-পানী খাই দুৱাৰ দাং লগাই শুই থাকিবলৈ বাধ্য হৈ পৰিছিল। ৰাক্ষসৰ ভয়ত ত্ৰাহি ত্ৰাহি কৰা জনতাই পৰিত্ৰাণ বিচাৰি ৰজাৰ ওচৰ চাপিছিল। কিন্তু এই দুৰ্দান্ত ৰাক্ষসটোক মাৰিবৰ বাবে কোনোৱেই সাহস কৰা নাছিল। ৰজাই গোটেই ৰাজ্যতে ঢোল পিটাই ঘোষণা কৰালে যে যিজনে এই ৰাক্ষসজনক বধ কৰিব পাৰিব তেওঁক আধা ৰাজ্য আৰু নিজৰ জীয়েক ৰাজকুমাৰীক বিয়া দিব।

ৰজাই ঘোষণা কৰাৰ পিছতো এমাহ কাল পাৰ হৈ গ'ল। প্ৰতিদিনেই ৰাক্ষসটোৱে একোটাকৈ মানুহ ভক্ষণ কৰি থকা বাবে গাঁওখনৰ জনসংখ্যা কমি যাবলৈ ধৰে।

গাঁওখনৰ এই ভয়ংকৰ বিপদৰ কথা ৰাম-লক্ষণ নামৰ দুজন ভাই-ককাইৰ কাণত পৰে। তেওঁলোক দুয়ো অতি পাকৈত চিকাৰি আছিল। অটব্য অৰণ্যৰ বাঘ-ভালুক আদি চিকাৰ কৰাৰ উপৰিও সিহঁতে বহুতো ৰাক্ষসো বধ কৰিছিল।

ৰাক্ষসৰ উপদ্ৰৱৰ কথা শুনামাত্ৰে ৰাম-লক্ষণ দুয়ো সেই গাঁৱলৈ আহে আৰু প্ৰথম ৰাতিয়ে সিহঁতে ৰাক্ষসটোক বধ কৰে। ৰাক্ষসটো মৰাৰ লগে লগে সিহঁতে ৰাক্ষসৰ হাত-ভৰিৰ নখবোৰ সযতনে ভৰাই থয়। পুৱতি নিশা সিহঁত দুয়ো গাঁৱৰে মানুহ এঘৰত আশ্ৰয় ল'বলৈ যায়। মানুহঘৰে খাটিয়া এখন পাৰি দিয়াত সিহঁতে তাতে বাগৰ দিয়ে আৰু লগে লগেই নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় লয়।

ইপিনে ৰাতিপুৱাই শুই উঠি এজন ডোম যুৱকে বাহিৰ[২] ফুৰিবলৈ গৈছিল। সি ৰাস্তাৰ ওপৰতে মৰি থকা ৰাক্ষসটো দেখা পাই বৰ আচৰিত হ'ল আৰু সঁচাকৈ মৰিছে নে নাই তাৰ প্ৰমাণ চাবৰ কাৰণে ডাঙৰ এডোখৰ শিল আনি ৰাক্ষসৰ মূৰত প্ৰচণ্ড জোৰেৰে আঘাত হানে। ৰাক্ষসটোৱে তথাপিতো অকণো লৰচৰ নকৰা দেখি সেইটো





মৰিল বুলি সি ধৰি ল'লে। সি ৰাক্ষসৰ ভৰি এটা কাটি লৈ ৰজাঘৰ পালেগৈ। চন্তৰীৰ হতুৱাই সি নিজেই ৰাক্ষসটোক বধ কৰা বুলি খবৰ পঠালে। খবৰটো পাই ৰজা বৰ সুখী হ'ল আৰু তাক সম্পূৰ্ণ মান-মৰ্যাদাৰে ৰজাৰ আলহী ঘৰত থকাৰ ব্যৱস্থা কৰি দিয়ে। লুভীয়া ডোমে আধা ৰাজ্য পোৱাৰ লোভত আৰু ৰজাৰ জীয়েকক বিয়া কৰাই ৰাজ জোঁৱাই হোৱাৰ আশাত তাৰ নিজৰ পত্নী আৰু ল'ৰা-ছোৱালীহঁতক ইতিমধ্যে পৰিত্যাগ কৰি ৰজাৰ ওচৰলৈ আহিছিল।

দুপৰীয়া ৰাজ দৰবাৰ বহিল। পাত্ৰ মন্ত্ৰীসকলো আহিল। ৰজাও নিজৰ সিংহাসনত উপৱিষ্ট হ'ল। ভীষণ দুৰ্দান্ত ৰাক্ষসটোৰ পৰা ৰক্ষা পোৱাত আজি ৰজা, মন্ত্ৰীবৰ্গ আৰু ৰাইজ সকলোৱেই প্ৰফুল্লিত হৈ পৰিছে। ৰাক্ষসক বধ কৰোঁতা বীৰ পুৰুষজনক চাবৰ বাবে ৰাজ্যৰ প্ৰজাবৰ্গ আহি আহি ৰাজধানীত ভিৰ কৰিছেহি।

ৰজাৰ হুকুম পোৱা মাত্ৰকে ডোম যুৱকজন ৰাজসভাত হাজিৰ হয়। সি নিজহাতে ৰাক্ষসটোক হত্যা কৰা বুলি দাবী কৰে আৰু ৰজাই ঘোষণা কৰামতে পুৰস্কাৰ অৰ্থাৎ আধা ৰাজ্য আৰু ৰাজকুমাৰীক বিবাহ কৰোৱাৰ প্ৰস্তাৱ দিয়ে। ৰাক্ষস হত্যা কৰাৰ চিনস্বৰূপে সি ৰাক্ষসৰ গাৰ পৰা কাটি অনা ভৰি এটা ৰাজসভাত প্ৰদৰ্শন কৰে।

প্ৰমাণ আৰু তাৰ সকলো কথা শুনাৰ পিছত ৰাজসভাত তাৰ গুণানুকীৰ্তন কৰা হয়। ৰজাই নিজে তাক সম্ভাষণ জনাই তাৰ বাবে যুগুতাই ৰখা বিশেষ আসনত বহুৱায়।

ঠিক এনে সময়তে ৰাম-লক্ষণ ৰাজ দৰবাৰত প্ৰৱেশ কৰে আৰু ৰাক্ষসজনক সিহঁতেহে হত্যা কৰা বুলি দাবী কৰে আৰু সেয়ে ৰজাৰ ঘোষিত পুৰস্কাৰ প্ৰকৃতপক্ষে সিহঁতেই পোৱাৰ যোগ্য বুলি ৰজাক অনুৰোধ জনায়। ৰাক্ষসটোক যদি সিহঁতে হত্যা কৰিছে তেন্তে প্ৰমাণ দেখুৱাবলৈ ৰজাই হুকুম দিয়ে।

ৰজাৰ হুকুম মতে ৰাম-লক্ষণে ৰাক্ষসৰ হাত আৰু ভৰিৰ পৰা কাটি ৰখা নখ আৰু ৰাক্ষসৰ ভয়লগা আগ দাঁত দুটা ৰাজসভাত প্ৰদৰ্শন কৰে। এইবিলাক প্ৰমাণ চোৱাৰ পিছত ডোমজনে দেখুওৱা ৰাক্ষসৰ ভৰিটো চাই দেখে যে তাৰ আঙুলিকেইটাৰ নখ নাই। ইয়াৰ পৰাই এইটো নিঃসন্দেহে প্ৰমাণ হ'ল যে ৰাম আৰু লক্ষণেহে প্ৰকৃততে ৰাক্ষসটোক হত্যা কৰিছিল।

ডোমজনে ৰাজসভাত মিছা কথা কোৱা বাবে ৰজাই তাক এশবেত মৰাৰ নিৰ্দেশ দিয়ে আৰু ৰাজ্যৰ পৰা বাহিৰ কৰি দিয়ে। ডোমে নিজৰ ঘৰলৈ অহাত তাৰ ঘৈণী আৰু ল'ৰা-ছোৱালী কোনোৱেও তাৰ লগত দেশান্তৰিত হৈ যাবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। তুমি ৰজাৰ জীয়ৰী বিয়া কৰাই আধা ৰাজ্যৰ ৰজা হ'বলৈ যাওঁতে আমাক লগত লৈ যোৱা নাছিলা গতিকে এতিয়াও তুমি অকলশৰে যাব পাৰা। সেইবুলি কৈ ল'ৰা-ছোৱালী আৰু ঘৈণীয়েক আটায়েই ডোমজনক এৰি গুচি যায়।

ৰজাই ৰাম-লক্ষণক বৰ আদৰ-সাদৰ কৰি ৰাখে। নিজৰ দুয়োজনী জীয়েকক দুয়োলৈকে বিবাহ দিয়ে আৰু নিজৰ আধা ৰাজ্য দি দুয়োজন জোঁৱায়েকক নিজৰ তলতীয়া ৰজা পাতিলে।

# ছাগলী চোৰ

বহু যুগৰ আগৰ কথা। কাবোবাৰ ছাগলী এটা কেনেবাকৈ বাট ভুল কৰি আহি আনৰ ঘৰত সোমাল। অহাৰ লগে লগে গৃহস্থই ছাগলীটো মাৰি পেলালে আৰু ঘৰৰ ভিতৰলৈ নি লুকুৱাই থ'লে। মাংস খোৱাৰ লোভত।

যেতিয়া সূৰ্যটো পছিম আকাশত ডুব গ'ল আৰু জোনটো আকাশত ওলমিল সেই সময়তো ছাগলীটো ঘৰলৈ ঘূৰি নগ'ল। গৰাকীয়ে ছাগলীটো কেউফালে বিচাৰি ফুৰিবলৈ ধৰিলে। অৱশেষত সেই মানুহজনৰ ঘৰ ওলালেগৈ "হেৰা ভাই শুনাচোন। আমাৰ ছাগলী এটা ঘৰলৈ যোৱা নাই। কেনেবাকৈ তোমালোকৰ ঘৰলৈ অহা নাইতো?" মানুহজনে ক'লে।

এইকথা শুনি ঘৰৰ গৃহস্থই ক'লে—"ক'ব নোৱাৰোঁ। আহিবও পাৰে। আমাৰ গৰালটো চাই লোৱা।" সেই বুলি ভিতৰৰ পৰা চাকি এগছ আনি দিয়ে। মানুহজনে ছাগলীৰ গৰালটো চালে। ছাগলীটো তাত দেখা নগ'ল। ক'ব পৰানো পাৱ। ছাগলীটো জীৱিত থাকিলেহে পালেহেঁতেন।

ছাগলী ক'তো বিচাৰি নাপাই মালিকজন নিজৰ ঘৰলৈ গুছি যায়।

যেতিয়া ৰাতি গভীৰ হয়, মানুহজনে লুকাই যোৱা ঠাইৰ পৰা ছাগলীটো উলিয়ালে। পৰিয়ালৰ আটায়ে মিলি ছাগলীৰ ছাল চটা চেলালে। মাংসবোৰ কুটিলে। পিয়াঁজ, তেল আৰু আন আন মচলা দি মাংসখিনি ভাজি ল'ৰা-দামোৰিৰে সৈতে সকলোৱে উদৰ পূৰাই মাংস খালে। বহুদিনৰ মূৰত যেয়ে যিমান খাব পাৰে হেঁপাহ লোৱাই মাংস খালে। কিন্তু ছাগলীটো বৰ ডাঙৰ আছিল। সেয়ে কিছু মাংস থাকি গ'ল। সেইখিনি পিছদিনা খাবলৈ সযতনে লুকাই ৰখা হ'ল। খোৱা-বোৱাৰ পিছত গৃহস্থই ল'ৰা-ছোৱালীবিলাকক সতৰ্ক কৰি দিয়ে—"কালিলৈ তহঁত গৰু-ম'হ চৰাবলৈ যাওঁতে সাৱধানে থাকিবি। কেতিয়াও ছাগলীৰ মালিকজনৰ ল'ৰা-ছোৱালীবোৰৰ ওচৰলৈ নেযাবি। কিয়নো তহঁতৰ মুখত চৰ্বিযুক্ত পঠাৰ মাংসৰ গোন্ধ ওলাব আৰু সিহঁতে সেই গোন্ধ পাই যাব পাৰে। গতিকে সিহঁতৰ পৰা আঁতৰে আঁতৰে থাকিবি। বুজিছ নে তহঁতে।" ল'ৰা-ছোৱালীবোৰে হয় বুজিছোঁ বুলি ক'লে। তাৰ পিছত সকলোৱে শুবলৈ যায়।

পিছদিনা সেই মানুহজনৰ গৰখীয়া ল'ৰা কেইটাই গৰু, ম'হ আৰু ভেৰাবোৰ লৈ চৰাবলৈ যায়। চৰণীয়া পথাৰ একেখন হোৱা বাবে সিহঁতে ছাগলীটোৰ মালিকৰ ঘৰৰ গৰখীয়া ল'ৰা কেইটাকো লগ পায়। গৰু মেলি দিয়াৰ পাছত আটাইবোৰ গৰখীয়া ল'ৰাই একেলগে সদায়ে খেল-ধেমালি কৰি সময় কটায়।

সেয়ে ল'ৰাবোৰে ছাগলীৰ মাংস খোৱা ল'ৰাবোৰক খেলিবলৈ মাতে। সিহঁতে পিছে কোনোপধ্যেই ওচৰ নাচাপিলে। আনকি বাৰে বাৰে মতাৰ পিছতো সিহঁতে নাহিল। তেতিয়া কি কাৰণেনো সিহঁত আনদিনাৰ দৰে খেলাত অংশ লোৱা নাই তাৰ কাৰণ জানিব বিচাৰিলে।

উত্তৰত ল'ৰাকেইটাই ক'লে যে আমি ওচৰলৈ নাযাওঁ, কালি আমি ছাগলীৰ মাংস খাইছোঁ। আমাৰ মুখত গোন্ধ পাবা।

বচ! গোমৰ ফাক ওলাই পৰিল। গৰখীয়াবোৰে আহি মাক-বাপেকক কথাটো জনাই দিয়ে। ওচৰ চুবুৰীয়াৰ কেইজনমান মানুহ লগত লৈ আহি ছাগলী মাংস খোৱা মানুহ জনৰ ঘৰত খানাতালাচ কৰা হয়। ফলত লুকুৱাই থোৱা পঠাৰ মাংসখিনিও ওলাই পৰিল।

ছাগলী চোৰ ধৰা পৰিল। গাঁৱত মেল চপোৱা হ'য়। ৰাইজে চোৰক পাঁচসিকি পইচা জৰিমনা বিহিলে। তদুপৰি মালিকক ছাগলীৰ সলনি এটা ছাগলী দিব লগাত পৰিল।

কাহিনীটো ইমানতে সামৰণি পৰিল।





# চোৰ, বাঘ, কুকুৰনেচীয়া আৰু ভালুক

পুৰা কালৰ কথা। কোনো এখন গাঁৱত এজন অতিকৈ চহকী কৃষক আছিল। তেওঁ বহুতো গৰু, ম'হ, ছাগলী আৰু ভেৰা ছাগলীৰো গৰাকী আছিল। তেওঁৰ এটা বৰ ডাঙৰ আকৃতিৰ বলদ আছিল। তেওঁৰ গৰুজাক হাবিত চৰাবলৈ লৈ যাওঁতে এটা লুভীয়া বাঘে সদায়ে এই বলদটোলৈ চাই থাকে। তাৰ জিভাৰ পৰা পানী ওলাই আহে। সি মনে মনে ভাবে এই গৰুটো মাৰিব পাৰিলে মই কেইবাদিনো ধৰি মনৰ হেঁপাহেৰে ইয়াৰ মাংস খাব পাৰিম। ইয়াকে ভাবি সি সুযোগ আৰু সন্ধানৰ অপেক্ষাত থাকিল।

সেই অঞ্চলত এজন গভাইত চোৰ আছিল। সিও মনে মনে আশা কৰি আছিল যে এই গৰুটো কেনেবাকৈ চোৰ কৰিব পাৰিলে মই বহু বেছি টকাত বিক্ৰী কৰিব পাৰিম। গতিকে গৰুটো কিদৰে চোৰ কৰিব পৰা যায় তাৰ বাবে সিও সুযোগ বিচাৰিবলৈ ধৰিলে।

বাঘটোৱে ৰাতি গোহালিৰ পৰা গৰুটো ধৰি অনাৰ আশাৰে কুঁহিয়াৰবাৰীত সোমাই জোপ লৈ থাকে। ৰাতি হ'লেই সি তাৰ পৰা ওলাই গোহালিৰ পৰা গৰুটো ধৰি আনিব। এই আশাৰে সি খাপ পাতি থাকিল।

চোৰেও গৰুটো চোৰ কৰিবৰ বাবে সেইদিনটোকে নিৰ্বাচন কৰে। আন্ধাৰ ৰাতি আহি সি কুঁহিয়াৰ বাৰীতে সোমায়। ৰাতি গভীৰ হ'লে গৃহস্থৰ গোহালিৰ পৰা গৰু চোৰ কৰাৰ উদ্দেশ্যেৰে সি কুঁহিয়াৰৰ মাজতে ক্ষণ গণিবলৈ ধৰিলে। কিছু সময় যোৱাৰ পিছত সি বাঘটো দেখা পায়। আন্ধাৰত সি বাঘটোকে গৰু বুলি ভাবে। সি নিজকে নিজে কয়—"অ' আই। গৰুটো দেখোন ইয়াতে আছেহি। মোৰ কাম তেনেহ'লে সহজ হৈ পৰিল। বাহ বাহ কি ভাগ্য মোৰ।" সেইবুলি ভাবি সি খুউব সাৱধানে গৈ বাঘটোক সাৰুট মাৰি ধৰি টান পঘাৰে বান্ধি পেলায়। ইমান অতৰ্কিতে ঘটনাটো ঘটি গ'ল যে বাঘ বপুৰাই একো ধৰিবকে নোৱাৰিলে। তাতে মানুহটোৱে বাঘৰ কপালত এনেদৰে প্ৰহাৰ কৰে যে বাঘৰ বুদ্ধি বিভ্ৰাট ঘটিল।

'অকবকাই' যোৱা (বিবুদ্ধিত পৰা) বাঘৰ পিঠিত উঠি উঠি চোৰে তাৰ পিঠিত ওপৰা-ওপৰিকৈ চাবুকেৰে মাৰিবলৈ ধৰিলে। ভয় আৰু আতংকত বাঘটো হাবিৰ পৰা ওলাই ভিৰাই লৰ মাৰিবলৈ ধৰে। চোৰে বাঘৰ মুখত লগোৱা লেকামডালত খামোচ মাৰি ধৰি থাকিল। সি মনে মনে ভাবিলে যে গৰুটো সঁচাই বৰ শক্তিমান। এইটা বিক্ৰী কৰি ভাল পইচা পোৱা যাব।

চোৰে বাঘৰ পিঠিত উঠি গৈ থাকোঁতে ৰাতি পুৱাল। কমে ক্ৰমে বেলিৰ পোহৰ

ধৰিত্ৰীত পৰিল। তেতিয়াহে চোৰে দেখে যে সি উঠি থকা জন্তুটো গৰু নহয়। এটা প্ৰকাণ্ড ঢেকীয়াপটীয়া বাঘহে। দেখা মাত্ৰে তাৰ সৰ্বশৰীৰ থক্‌থককৈ কঁপিবলৈ ধৰে। তাৰ গাৰ নোম ডাল ডাল হ'ল। তাৰ মৃত্যু অৱধাৰিত বুলি সি ধৰি ল'লে।

সাধাৰণতে চোৰবোৰ বৰ টেঙৰ হয়। সেয়ে সিও শেষ চেষ্টা এটা কৰি চাবলৈ মন মেলে। সি বাঘৰ পিঠিৰ পৰা গাৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰি জঁাপ এটা মাৰি দিয়ে। সি কৰ্ফাল খাই বহু আঁতৰত চিটিকি পৰেগৈ।

বাঘটোৱেও বৰ ভয় খাইছিল। তাৰ পিঠিত উঠা জীৱটো সি মানুহ বুলি ভবা নাছিল। কিবা বেলেগ শক্তিমন্ত জীৱ বুলি ভাবিছিল। কেনেবাকৈ সেই পিঠিত উঠা জীৱটো আহিব পাৰে বুলি ভয়তে সি প্ৰাণটাকি দৌৰিয়েই থাকিল। সি (বাঘটোৱে) মনে মনে ভাবিলে—"ছেঃ কি যে কুক্ষণত কালি মই গৰু ধৰিবলৈ গৈছিলোঁ। গোটেই ৰাতি চেঁকুৰি প্ৰাণ মোৰ যাওঁ যাওঁ হৈছে। তাতে চাবুকৰ কোব। পিঠি মোৰ দমনাদমন হ'ল।" এনেদৰে ভাবি গৈ থাকোঁতে সি এটা কুকুৰনেচীয়া বাঘ লগা পায়। ফোঁপাই-জোপাই আহি থকা দেখি কুকুৰনেচীয়াই মাত লগালে—"মোমাই। অ' মোমাই। তুমিনো এইদৰে তৰা-নৰা ছিঙি দৌৰি আহিছা কিয়? কি হ'ল মামা কোৱাচোন কোৱা?

ভাগৰ আৰু চাবুকৰ কোব খাই হোৱা পিঠিৰ যান্ত্ৰণাত বাঘটো থিৰেৰে ৰ'ব পৰা নাছিল। তথাপিতো সেপ ঢুকি ক'লে—"ভাগিন আজি মোক 'মূৰ ভুকুওৱা' এটাই পাইছিল। সি প্ৰথমতে মোৰ কপালত এনেকৈ ভুকুৱালে যে মোৰ বুদ্ধি ভুল হৈ গ'ল। তাৰ পিছত সি গোটেই ৰাতি মোৰ পিঠিত উঠি চাবোকেৰে কোবাই মোৰ 'আধাজান' শেষ কৰিলে। এতিয়া কোনোমতে তাৰ হাতৰ পৰা এৰাই মই আহি আছোঁ।"

কুকুৰনেচীয়াই ক'লে—"মামা! ইমানবোৰ জীৱ-জন্তু দেখিছোঁ। কিন্তু মূৰ ভুকুওৱা জীৱৰ হ'লে নামকে শুনা নাই। মোৰ জন্তুটো এবাৰ জন্তুটো দেখুৱাই দিবা।"

বাঘে ক'লে—"আই ঐ দেহি, সেই ফেৰা নহ'ব মোৰ পৰা। সি দেখিলে আৰু নিস্তাৰ নহ'ব মোৰ। কোন পলকত আহি পিঠিত উঠিবহি তাৰ কোনো ঠিক-ঠিকানা নাই।"

যিমানেই বাঘটোৱে মূৰ ভুকুওৱা জীৱৰ শক্তিৰ বৰ্ণনা কৰিলে সিমানেই কুকুৰনেচীয়াৰ জীৱটোক লগ পাবলৈ আগ্ৰহ বাঢ়ি গ'ল। বৰকৈ ধৰাত বাঘটোৱে ক'লে—"মই অহা বাটেদি তুমি গৈ থাকা। নিশ্চয় বাটতে সেই ভয়ংকৰ জীৱটোক লগ পাবা। পিছে সাৱধানে যাবা। ধৰিব পাৰিলে সি তোমাকো সুদাই নেৰিব।"

কুকুৰনেচীয়াই কপাল ভুকুওৱা জীৱটোক চাবলৈ আগ বাঢ়ি গৈ থাকিল।

বাঘৰ হাতৰ পৰা প্ৰাণৰক্ষা পৰাত চোৰটোৱে স্বস্তিৰ-নিশ্বাস ল'লে। সি এজোপা প্ৰকাণ্ড আহঁত গছৰ তলত বহি জিৰাইছিল। এনেতে এটা কুকুৰনেচীয়া বাঘ তাৰফালে অহা দেখা পালে। সি আন এটা বিপদৰ সন্মুখীন হ'ল। প্ৰাণ বচাবৰ বাবে সি গছডালত থকা এটা খুৰুঙত (ধোন্দ) সোমাই পৰে।





গছৰ ধোন্দত সোমাই যাওঁতে কুকুৰনেচীয়াটোৱে চকামকাকৈ তাক আঁতৰৰ পৰা দেখা পাইছিল। সেয়ে সি দৌৰি আহি গছজোপাৰ ওচৰ পায়হি। তীব্ৰ ঘ্ৰাণ-শক্তিৰে কুকুৰনেচীয়াই গছৰ ধোন্দৰ মাজত কিবা এটা জন্তু সোমাই থকা বুলি জানিব পাৰিলে। কিন্তু সি অনেক চেষ্টা কৰিও ধোন্দৰ ভিতৰলৈ সোমাব নোৱাৰিলে। যিহেতু মানুহটোৱে ভিতৰৰ ফালৰ পৰা ফুটাটো বন্ধ কৰি দিছিল। শেষত সি নিজৰ নেজডালকে গছৰ খোৰোঙৰ ভিতৰলৈ সুমুৱাই দিয়ে। চোৰে সুযোগ বিচাৰিয়েই আছিল। খপকৰে সি কুকুৰনেচীয়াৰ নেজডাল ধৰি সমগ্ৰ শক্তিৰে টানিবলৈ ধৰে। কুকুৰনেচীয়াও নেজ এৰাবলৈ প্ৰাণটাকি চেষ্টা কৰে। এইদৰে টনাটনিৰ ফলত কুকুৰনেচীয়াটোৰ নেজডাল গুৰিতে চিঙি থাকিল। ফলত সি মুখ থেকেচা খাই মাটি পৰিল। তেজেৰে ৰাঙলী হৈ ছিগা নেজেৰে কুকুৰনেচীয়াই তাৰ পৰা পলাই পত্ৰং দিয়ে।

সেই বাটেৰে লোডোৰ-পোডোৰ চেহেৰাৰে এটা ভালুক আহি আছিল। সি কুকুৰনেচীয়াৰ অৱস্থা দেখা পাই সুধিলে—"ভাগিন। কি হ'ল তোমাৰ? কোনেনো তোমাৰ এনে অৱস্থা কৰিলে? কোৱাচোন। কাৰ ইমান সাহস? মই তাক ভালকৈ মজা এপালি দিম।"

কুকুৰনেচীয়াই ভয়ে ভয়ে ক'লে—"মামা। মোক নেগুৰ ছিগাই পাইছিলে। চোৱাচোন মোৰ ইমান সুন্দৰ নেজডাল সি গুৰিত চিঙি খাই পেলালে।"

ভালুকে ক'লে—"তুমি চিন্তা নকৰিবা। সি তোমাৰ নেগুৰডাল চিঙি ভাল কাম নকৰিলে। মই তাক বধ কৰি তাৰ মাংস খাম আৰু তোমাকো এভাগ দিম।"

সেইবুলি কৈ ভালুকটোৱে নেজছিগা নামৰ জীৱটোক বিচাৰি যায়। মানুহটোৱে হঠাতে এটা প্ৰকাণ্ড ভালুক ওচৰ চাপি অহা দেখি বৰকৈ ভয় খালে। সি প্ৰাণ বচাবলৈ আন উপায় নাপাই গছজোপাৰ ওপৰলৈ উঠি যায়। ভালুকে তাৰ পিছ নেবিলে। গছৰ ওপৰলৈ ভালুকটো উঠিবলৈ ধৰে। মানুহজনে প্ৰাণ ৰক্ষাৰ বাবে গছৰ টিকনীলৈ উঠি যায়। আনহাতে ভালকেও তাক ধৰিবলৈ গছৰ সেই সৰু ডালটোলৈ উঠি যায়। ভালুক আৰু মানুহ দুয়োৰে ওজন গছৰ সৰু ডালটোৱে সহ্য কৰিব নোৱাৰিলে। ডালটো মেৰমেৰকৈ ভাগি থাকিল। ফলত ভালুক আৰু মানুহ দুয়ো গছৰ ওপৰৰ পৰা হুৰমূৰকৈ মাটিত পৰেহি। গছৰ ওপৰৰ পৰা পৰি ভালুকৰ কঁকালৰ জোৰা লৰিল। তাতে পিঠিৰ ওপৰতে মানুহজন দেখা পাই সি বৰ ভয় খালে। কেঁকাই-গেঁথাই কোনোমতে উঠি সি মানুহজনৰ পৰা (তাৰ মতে পিঠি উঠা জীৱ) ৰক্ষা পাবলৈ প্ৰাণটাকি দৌৰি পলাল।

কেইদিনমানৰ পিছত হাবিত ঘূৰি ফুৰোঁতে বাঘ, ভালুক আৰু কুকুৰনেচীয়া আটাইবোৰে 'ভেটাভেটি' হয় (লগ পায়)। কুকুৰনেচীয়াই প্ৰথমতে বাঘক মাত লগাই ক'লে—"মামা! তুমি মিছাকৈয়ে 'মূৰ ভুকুৱাই' লগপোৱা বুলি কৈছিলা। সেইটো আচলতে 'মূৰ ভুকুওৱা' জীৱ নাছিল। সেইটো এটা 'নেগুৰ পকোৱা' জীৱহে আছিল। চোৱাচোন সি কেনেকৈ মোৰ নেজডাল পকাই চিঙি পেলালে। উহ্! কিযে ভয়ানক

নেজ পকোৰা আছিল সেইটো।"

তাৰ কথা শেষ হ'ল কি নহ'ল ভালুকে কৈ উঠিল। নহয় অ' ভাগিন কুকুৰনেচীয়া! তুমিও মিছা কথা কৈছা। সেইটো এটা ভয়ানক পিঠি উঠা জীৱহে আছিল। গছৰ একেবাৰে ওপৰৰ পৰা মোক মাটিত পেলাই সি যেনেকৈহে তোমাৰ পিঠিত উঠি বহিছিল যে মোৰ প্ৰাণবায়ু ওলাই যোৱাৰ উপক্ৰম হৈছিল। মই কোনো মতেহে তাৰ হাতৰ পৰা পলাই পৈত্ৰিক প্ৰাণটো বচালোঁ। সেইকাৰণে মই কওঁ যে সি এটা পিঠি উঠা জীৱহে। মূৰ ভুকুওৱাও নহয়। আৰু নেজ পকোৰাও নহয়।"

বাঘ, ভালুক আৰু কুকুৰনেচীয়া কোনেও কাৰো কথা মানি লোৱা নাছিল।





# পাহাৰীয়া সমাজ

কথিত আছে যে চাওঁতালসকলে চাওঁতাল পাৰগণাত বসতি স্থাপন কৰাৰ আগেয়ে সেই অঞ্চলত পাহাৰীয়া নামৰ আদিম অধিবাসীসকলে বসতি স্থাপন কৰিছিল। চমাৰ সিং নামৰ এজন প্ৰখ্যাত পাহাৰীয়া বংশৰ ৰজাই চাৰিটা ভালুকৰ ওপৰত ৰাজকাৰ্য চলাইছিল। চমাৰ সিং বৰ্ধমানৰ ৰজাৰ কৰতলীয়া ৰজা হোৱা বাবে বছৰি কৰ-কাটল সোধাব লগা হৈছিল।

এবাৰ কৰ পৰিশোধ কৰিবৰ বাবে চমাৰ সিঙে এজন মুখীয়া অথবা প্ৰধানৰ লগত দহজন পাহাৰীয়াক বৰ্ধমানৰ ৰজাক ৰাজধানীলৈ পঠায়। তেওঁলোকে যথাসময়ত গৈ ৰজাক কৰ-কাটল জমা দিয়ে। ৰজাই তেওঁলোকক বৰ আদৰ-সাদৰ কৰে। ৰাজভোগ আৰু পানীয় সেৱন কৰাৰ পিছত তেওঁলোকৰ বাবে ৰাতি বিশ্ৰাম কৰাৰ ব্যৱস্থা কৰা হয়।

শয়নকক্ষত তেওঁলোকে প্ৰবেশ কৰি দেখে যে ভিতৰত মাত্ৰ এখনহে পালেং আছিল। দহজন পাহাৰীয়া আৰু এজন প্ৰধান এখন পালেঙত শুৱে কিদৰে? এই চিন্তা প্ৰত্যেকৰ মনলৈ আহিল। এনেতে তেওঁলোকে মাটিত দহজনৰ বিচনা দেখা পায়। তেওঁলোকে নিজৰ ভিতৰতে সিদ্ধান্ত কৰি আটায়ে একেলগে মাটিতে শুৱে আৰু ভৰিবোৰহে পালেঙৰ ওপৰত তুলি থ'লে। এইদৰে তেওঁলোক সকলোৱে বিচনাখনৰ সমান ভাৱে সদ্ব্যৱহাৰ কৰে।

ৰাতিপুৱা পলম হোৱাতো আলহী শয্যা ত্যাগ কৰি বাহিৰলৈ ওলাই নহাত ৰজা নিজেই তেওঁলোকৰ শয়নকক্ষলৈ সোমাই আহে। বিচনাৰ ওপৰত ভৰি তুলি সকলোকে শুই থকা দেখি ৰজা বৰ আচৰিত হ'ল।

ৰজাক দেখা মাত্ৰে সকলোৱে শয্যা ত্যাগ কৰে আৰু হাতজোৰ কৰি ৰজাক অভিবাদন জনায়।

পুৱাৰ জা-জলপান খোৱাৰ পিছত মুখীয়া আৰু পাহাৰীয়া কেউজনে নিজ ৰাজ্যলৈ যাবৰ বাবে ৰজাৰ অনুমতি ভিক্ষা কৰে। সেই সময়তে ৰজাই তেওঁলোকক প্ৰশ্ন কৰে—"মই মুখীয়াক শুবৰ বাবে খাট-পালেং দিছিলোঁ আৰু আন দহজনৰ বাবে একেলগে তলত বিচনাৰ ব্যৱস্থা কৰাইছিলোঁ। কিন্তু....।"

ৰজাৰ প্ৰশ্ন শুনাৰ লগে লগে মুখীয়াই বুকু ফিন্দাই গৌৰৱ কৰি ক'লে—'মহাৰাজ। আমি পাহাৰীয়াসকল নিজৰ ৰাজ্যৰ চাৰিসীমাত হে পদমৰ্যদাৰ কথা চিন্তা কৰোঁ। 'বিদেশ-বিভূমত' আমি সকলো একে সমান। উচ্চ-নীচৰ বিচাৰ আমি নকৰোঁ। বিচনাখনত আমাৰ সকলোৰে সমানেই অধিকাৰ আছিল। সেয়ে আমি সকলোৱেই তাৰ ওপৰত ভৰি তুলি সম অধিকাৰ ভোগ কৰোঁ।"

পাহাৰীয়া সমাজৰ সৰলতা আৰু বদান্যতাত ৰজা মুগ্ধ হৈ পৰে।

# ভুল শুধৰণি

পুৰণি কালৰ কথা। কোনো এখন মুণ্ডা গাঁৱত এহাল নৱ-বিবাহিতা দম্পতি আছিল। গিৰিয়েকৰ কপালত এটা ডাঙৰ টেমুনা থকা বাবে ঘৈণীয়ে তেওঁৰ লগত ওলাই যাবলৈ বৰ লাজ পাইছিল। তেওঁলোকৰ সামাজিক নিয়ম অনুযায়ী কোনো গাঁৱত অনুষ্ঠিত নাচ-গানৰ অনুষ্ঠানত তাই কদাপি গিৰিয়েকৰ লগত নগৈছিল। আনৰ হাঁহিয়াতৰ পাত্ৰী হ'ব লাগিব বুলিয়ে যে ঘৈণীয়েক তাৰ লগত ক'তো নগৈছিল সেই কথা সি বাৰুকৈয়ে বুজি পাইছিল।

এবাৰ ৰজাই প্ৰজাৰ মনোৰঞ্জনৰ বাবে মেলা বহুৱাইছিল। দূৰ-দূৰণিৰ পৰা প্ৰজাবৰ্গ এই মেলালৈ আহিছিল। মেলাত অংশগ্ৰহণ কৰি ইয়াৰ নৃত্য-গীতত ভাগ লৈ আনন্দ উপভোগ কৰিছিল।

ন-বোৱাৰীৰো মেলালৈ যাবলৈ বৰ ইচ্ছা আছিল। কিন্তু টেমুনাৰে সৈতে গিৰিয়েকৰ লগত যাবলৈ তাইৰ অকণো সৎ নগ'ল। সেয়ে তাই গাঁৱৰ অন্য বন্ধু-বান্ধৱৰ লগত মেলালৈ ওলাই যায়।

গিৰিয়েকেও ধুনীয়া সাজ-পাৰ পিন্ধি মূৰত বগা পাগ মাৰি মেলালৈ যায়। কপালৰ টেমুনাটো সি ঢাকি লোৱা নাছিল।

মেলাত সি মাদল বজাবলৈ ধৰে। তাৰ মাদলৰ তাল আৰু গীতৰ সুৰত সুন্দৰী নাচনীবোৰ বিমোহিত হয়। সকলোৱে আহি তাৰ লগত নাচিবলৈ ধৰে। নাচ বেচ জমি উঠিল।

সকলোৰে নজৰ তেওঁলোকৰ ওপৰত পৰে। ঘৈণীয়েকেও সেইদলটোৰ লগত নাচিবলৈ আহি দেখে যে দলটোৰ নেতৃত্ব বহন কৰা ৰাইস্‌কাজন হ'ল তাইৰ নিজৰে গিৰীয়েক।

আন ছোৱালী-বোৱাৰীয়ে দেখোন তাইৰ গিৰিয়েকৰ কপালৰ টেমুনা দেখি লজ্জাবোধ কৰা নাই। তেনেক্ষেত্ৰত তাই ইমানদিনে তেন্তে ভুলৰ বুকুতহে সাতুৰি-নাদুৰি আছিল। তাই নিজৰ ভুল বুজি পালে আৰু সেইদিনৰ পৰা ঠাট্টা-মস্কৰাৰ প্ৰতি কৰ্ণপাত নকৰি গিৰিয়েকৰ লগত নাচিবৰ বাবে যাবলৈ ধৰিলে।





# ৰজা আৰু ওজা

প্ৰাচীন কালৰ কথা। এখন দেশত এজন প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। কিন্তু তেওঁৰ কোনো সন্তান নথকা বাবে ৰজা আৰু ৰাণী উভয়ে বৰ চিন্তাত দিন কটাইছিল। এনেদৰে ভালেমান দিন যোৱাৰ পিছত ৰজাৰ ওচৰলৈ এজন তান্ত্ৰিক ওজা আহে। তান্ত্ৰিকে নিজৰ মন্ত্ৰৰ বলেৰে ৰজাক জনায় যে তেওঁৰ ৰাণীৰ গৰ্ভত যমজ-সন্তান এহাল জন্মগ্ৰহণ কৰিব। তেওঁ আৰু কয় যে মন্ত্ৰপুত এটা কল ৰাণীক খুৱাব লাগিব। তেহে তেওঁৰ গৰ্ভত সন্তান দুটাই থিত্ ল'ব।

তান্ত্ৰিকৰ কথা শুনি ৰজাই বৰ সুখী হয় আৰু মন্ত্ৰপুত কলটো দিবলৈ তান্ত্ৰিকক অনুৰোধ জনায়। কিন্তু তান্ত্ৰিকে এটা চৰ্ত আৰোপ কৰিলে। চৰ্তটো হৈছে এই যে ৰজাই যমজ-সন্তানৰ যিকোনো এজনক তেওঁৰ হাতত গতাই দিব লাগিব। সেই সন্তানটো লগত ৰাখি বিদ্যাবুদ্ধি শিকোৱাৰ লগতে তাক এজন শ্ৰেষ্ঠ তান্ত্ৰিক হিচাপে গঢ়ি তুলিব।

নিজৰ সন্তানটো দিবৰ বাবে অংগীকাৰ কৰিবলৈ ৰজাৰ বৰ কষ্ট হৈছিল। তথাপিতো নাই মোমাইতকৈ কণা মোমায়ে ভাল বুলি ভাবি ৰজাই তান্ত্ৰিকৰ প্ৰস্তাৱত মান্তি হ'ল। সন্যাসীয়ে লগে লগেই নিজৰ মোনাৰ পৰা এটা কল উলিয়াই ৰজাৰ হাতত দিয়ে আৰু উক্ত কলটো নিজহাতেৰে দুভাগ কৰি ৰাণীক খুৱাবলৈ নিৰ্দেশ দিয়ে।

ভগৱানক সেৱা জনাই ৰাণীয়ে কলটো খালে। আচৰিত কথা যে কল খোৱাৰ দিন-দিয়েকৰ পিছতে ৰাণীয়ে গৰ্ভ সঞ্চাৰ কৰে। যথাসময়ত অপূৰ্ব সুন্দৰ এহাল যমজ-সন্তান ৰাণীয়ে জন্ম দিয়ে। পুত্ৰ লাভ কৰি ৰজা-ৰাণীৰ মনত আনন্দই নধৰা হ'ল। ৰাজ্যৰ প্ৰজা-সাধাৰণেও আনন্দ লাভ কৰিলে।

এবছৰৰ পিছতেই তান্ত্ৰিকজন আহি এটা ল'ৰা লৈ যোৱাৰ কথা আছিল। কিন্তু পাঁচ বছৰত ভৰি দিয়া সত্বেও তান্ত্ৰিকজন নহাত ৰজা-ৰাণীয়ে ভালকে পাইছিল। তান্ত্ৰিকজন সকলো কথা পাহৰি গ'ল আৰু কেতিয়াও নাহিব বুলি ভাবি ৰজা-ৰাণীয়ে আনন্দতে দিন কটাবলৈ ধৰিলে।

কিন্তু তেওঁলোকক আচৰিত কৰি দি পাঁচ বছৰ পূৰা হোৱাৰ দিনাই তান্ত্ৰিকজন আকাশত ধূমকেতু ওলোৱাদি ৰাজকাৰেঙত আহি উপস্থিত হয়হি। তান্ত্ৰিকৰ যেন ৰ'বলৈ সময় নাই। লগে লগেই তেওঁ ৰজাৰ দুয়োটা সন্তান দাবী কৰে। জ্যোতিষ বিদ্যা, তান্ত্ৰিক বিদ্যা আদি যাৱতীয় বিদ্যাত পাৰ্গত কৰি বিছ (কুৰি) বছৰ বয়স হ'লে দুজন সন্তানৰ ভিতৰত যিজনকে পচন্দ কৰে, সেইজনকে ৰজাই লৈ আহিব পাৰিব। ইয়াৰ অন্যথা কৰিলে সি তন্ত্ৰমন্ত্ৰ কৰি দুয়োজন ৰাজপুত্ৰকে মাৰি পেলাব বুলি ৰজাক ভয় দেখুৱালে।

ৰজাই অনেক চিন্তা-চৰ্চা কৰাৰ পিছত ভয়ত ত্ৰস্তমান হৈ নিজৰ দুয়োজন পুত্ৰকে

তান্ত্ৰিকৰ হাতত গতাই দিয়ে। দুয়োজন ল'ৰাকে হাতত ধৰি নিজৰ ডেৰাৰ[২] ফালে গতি কৰিলে।

ঢাওঁতে চাওঁতেই বিশটা বছৰ ধৰিত্ৰীৰ বুকুৰ পৰা মেলানি মাগিলে। পিছে ৰজা-ৰাণীৰ মানত এই বিশ্‌টা বছৰ যেন অনন্ত কোটি বছৰ আছিল। তথাপিতো বিশ বছৰ অতিক্ৰম কৰি যোৱাত ৰজা-ৰাণী উভয়ৰে মুখলৈ পানী আহিল। তান্ত্ৰিকৰ কথামতে তাৰ ডেৰাৰ পৰা এজন সন্তান অনাৰ উদ্দেশ্যেৰে ৰজাই যাত্ৰা আৰম্ভ কৰে। বহু পথ অতিক্ৰম কৰাৰ পিছত তান্ত্ৰিকৰ থকা ঠাইত উপস্থিত হয়। হাবিলতীয়া পথেৰে গৈ থাকোঁতে তেওঁ এজন যুৱকক খৰি কাটি থকা দেখা পায়। ৰজাই ল'ৰাজনৰ পৰা তান্ত্ৰিকৰ সঠিক ঠিকনা জানিব বিচাৰে। ৰজাই চিনি পোৱা নাছিল যদিও ল'ৰাটোৱে নিজৰ বাপেকক চিনি পালে।। বহুবছৰৰ পিছত অকস্মাতে পিতা-পুত্ৰৰ মিলন হোৱাত উভয়ে বৰ আনন্দ লাভ কৰে।

খৰিকটীয়া ল'ৰাটো ৰজাৰ ডাঙৰজন পুতেক আছিল। এইজন পুতেকক তান্ত্ৰিকে কোনো প্ৰকাৰৰ বিদ্যা-শিক্ষা দিয়া নাছিল। ভাত-পানী ৰন্ধা, খৰি-কটা, খেতি-বাতি কৰা আদি যাৱতীয় ঘৰুৱা কাম-বনবোৰহে তাক কৰিবলৈ দিছিল।

তান্ত্ৰিকজন আচলতে অতি দুষ্ট প্ৰকৃতিৰ লোক আছিল। হালোৱা-হজুৱা কৰি ৰখা ডাঙৰ পুতেকক ৰজাৰ হাতত গতাই দিবলৈ সি ঠিক কৰি ৰাখিছিল। আনজন পুতেকক সকলো ধৰণৰ গুপুত-বিদ্যা শিকাই নিজৰ সমানেই পাৰদৰ্শী কৰি লৈছিল। সময়ত ৰজা আৰু ডাঙৰ পুতেকক হত্যা কৰি উত্তৰাধিকাৰী সূত্ৰে সৰুজন পুতেকৰ নামত ৰজাৰ ৰাজ্য আৰু ধন-সম্পত্তি হস্তগত কৰিবৰ বাবে তান্ত্ৰিকজনে সপোন দেখিছিল।

এইবিলাক সমস্ত কথা ডাঙৰ পুতেকে ভায়েকৰ পৰা জানিব পাৰিছিল। সেয়ে সি পিতাকক সকলো কথা জনায় দিয়ে। সি আৰু কয় যে কালিলৈ তান্ত্ৰিকজনে ভাল ভাল কাপোৰ-কানি পিন্ধাই সজাই-পৰাই তোমাৰ আগলৈ উলিয়াই আনিব। আৰু ভাইটিক লেতেৰা ফটা-চিটা কাপোৰ পিন্ধাই আনি তোমাক দেখুৱাব। তুমি যদিহে মোক পচন্দ কৰি লৈ যোৱা তেন্তে ঠগ খাবা। কিয়নো তোমাকে-মোকে তান্ত্ৰিকে বাটতে মাৰিব। যদিহে ভাইটিক লগত লৈ যোৱা তেতিয়াও মাৰিবলৈ তেওঁ চেষ্টা চলাব। কিন্তু ভাইটিয়ে বোধকৰোঁ নিজকে বচাব পাৰিব। সেয়ে তুমি লেতেৰা কাপোৰ-কানি পিন্ধি থকা ল'ৰাটোহে মোক লাগে বুলি ক'বা। মোৰ সৰু ভাইটিক নিব পাৰিলে আপোনাৰ সকলো কামেই সিদ্ধ হ'ব। সি ডাঙৰ তান্ত্ৰিক। কিছুদিনৰ পিছতে সি মোকো লৈ যাব পাৰিব। পিছে সকলো কাম সাৱধানে কৰিবা। তান্ত্ৰিকজন এলা-পেচা ধৰণৰ নহয়। তাতে তেওঁ বৰ দুষ্ট প্ৰকৃতিৰ লোক। সেয়ে তুমি হাবিখনতে লুকাই থাকা। মই বহুখিনি বাট যোৱাৰ পিছতহে তুমি আহিবা। এইদৰে বুজাই-বঢ়াই পুতেকে মেটমৰা এভাৰ খৰি লৈ সেইঠাইৰ পৰা গুচি যায়।





ৰজাই তান্ত্ৰিকৰ কু-অভিসন্ধিৰ কথা আগতীয়াকৈ জানিব পাৰি বিস্ময়াভিভূত হয়। ৰজাই তান্ত্ৰিকৰ ঘৰত ৰাত্ৰি-যাপন কৰাৰ পিছত পুৱা ঘৰলৈ বুলি যাত্ৰাৰম্ভ কৰিবলৈ সাজু হয়। তেনেতে তান্ত্ৰিকে ভাল ভাল কাপোৰ-কানি পিন্ধাই ডাঙৰ পুতেকক আনি ৰজাৰ হাতত গটালেহি। পিছে ৰজাই ভিতৰত থকা ল'ৰাটোহে লাগে বুলি তান্ত্ৰিকক জনায়। তান্ত্ৰিকজনে ৰজাৰ মনৰ কথা মুহূৰ্তৰ ভিতৰতে বুজি পালে আৰু কাঠ হাঁহি এটা মাৰি সৰুজন পুতেককে আনি ৰজাৰ হাতত দিয়েহি।

সৰুজন পুতেকৰ হাতত ধৰি ৰজা আহিবলৈ ধৰিলে। তান্ত্ৰিকৰ ডেৰাৰ চাৰিসীমা পাৰ হোৱাৰ পিছতো যেতিয়া পুতেকৰ হাতত ধৰি ৰজা খোজ কাঢ়িয়েই আহিব ধৰিলে তেতিয়া পুতেক আচৰিত হৈ ৰজাক প্ৰশ্ন কৰিলে।

দেউতা! তুমি ৰজা। পিছে তোমাৰ লগত ঘোঁৰাবাগী একোকে নাইদেখোন? তুমি তেন্তে খোজ কাঢ়িহে আহিছা নেকি?

পুত্ৰ! আমাৰ বৰ দুৰ্ভাগ্য। তোমালোক দুয়োকে তান্ত্ৰিকে লৈ অহাৰ পিছত তোমালোকৰ চিন্তাতে মাৰৰ বৰ টান নৰীয়া হ'ল। তেওঁৰ বেমাৰ আৰু তোমালোকক হেৰুৱাৰ বেদনাত মোৰ অন্তৰখন জ্বলি পুৰি ৰাখ[৩] হৈ গ'ল। ৰাজকাৰ্যত মোৰ মুঠেই মন নবহা হ'ল। ইয়াৰে সুযোগ গ্ৰহণ কৰি মোৰ প্ৰধানমন্ত্ৰীয়ে মোক ৰাজ্যচ্যুত কৰে আৰু ৰাজ্য তথা ৰাজকাৰেং, ধন-সম্পত্তি সকলো কাঢ়ি লয়। সেয়ে এতিয়া আমি সাধাৰণ প্ৰজাৰ দৰে অতি দুখেৰে দিন কটাই আছোঁ।

মাক-বাপেকৰ এই হৃদয় বিদাৰক দুখৰ কাহিনী শুনি সৰু পুকেৰ বৰ বেজাৰ লাগিল। সময়ত সকলো ঠিক হৈ যাব, আমাৰ হেৰোৱা ৰাজ্যও উদ্ধাৰ হ'ব বুলি বাপেকক আশ্বাস দি সিহঁত দুয়ো আহিবলৈ ধৰিলে। কিছুদূৰ অহাৰ পিছত সিহঁতে এখন ডাঙৰ বজাৰ দেখা পালে। বজাৰখন দেখাৰ লগে লগে পুতেকে বাপেকক ক'লে—মই মন্ত্ৰৰ বলত এটা নোদোকা খাঁটী ছাগলী হৈ পৰিম। তুমি ছাগলীটো বিক্ৰী কৰি ভাল পইচা পাবা। সেই পাইচাৰে আমি বজাৰৰ পৰা ঘোঁৰা এটা কিনি লম। তুমি খোজকাঢ়িব নোৱাৰা হৈ পৰিছা। ঘোঁৰাত উঠি আমি ঘৰ পামগৈ। পিছে সাৱধান! সেই তান্ত্ৰিকজনো বজাৰলৈ আহিব পাৰে। সি আমাৰ পিছ লোৱা বুলি মই মন্ত্ৰৰ বলেৰে জানিব পাৰিছোঁ। তুমি তাৰ হাতত কিন্তু মোক কদাপি নেবেচিবা। তাৰ হাতত বিকিলে আমাৰ বৰ বয়মাল হ'ব।

ৰজাই পুতেকৰ কথাত সমূলি মান্তি হোৱা নাছিল। কিন্তু পুতেকে নেৰানেপেৰাকৈ ধৰাত মান্তি হ'ল। বজাৰলৈ ছাগলীটো নিয়াৰ লগে লগে অতিৰিক্ত দামত এজন গাঁৱলীয়া বেপাৰীয়ে কিনি ল'লৈ। বাপেকে ৰং মনেৰে ছাগলীটো বিক্ৰী কৰি পোৱা টকাখিনি জেপত ভৰাই পুতেকৰ বাবে এঠাইত ৰৈ থাকিল। কিন্তু বহু সময় ধৰি পুতেক আহি নোপোৱাত তেওঁৰ বুকু বিদীৰ্ণ কৰি এটি দীঘল হুমুনিয়াহ আপোনা-আপুনি ওলাই আহিল।

ইপিনে ছদ্মবেশ ধাৰণ কৰা বেপাৰীজন সেই ধূৰ্ত তান্ত্ৰিকেই আছিল। তেৱেঁই ছাগলীৰূপী ৰজাৰ সৰু পুতেকক কিনি নিজৰ ঘৰলৈ লৈ গৈ আছিল। বাটত এটি পুখুৰী দেখাৰ লগে লগে তান্ত্ৰিকে ছাগলীটোক উদ্দেশ্য কৰি কয়—বুঢ়াৰ হাতত চেঙেলি পৰিল। নহয়নে বাৰু? ছাগলীৰূপী ৰজাৰ উত্তৰত কয়—চেঙেলী বামতো জপিয়াই তাতে পানী পালে তাক ধৰাৰ সাধ্যনো কাৰ? কথাষাৰ শেষ হ'ল কি নহ'ল একেজাপে সি পুখুৰীৰ পানীৰ মাজত পৰিলগৈ।

তান্ত্ৰিক মনে মনে ভোৰভোৰালে—বেটা, বৰ চতুৰালি কৰিছ। ৰ'বি! তোক মই এপালি মজা দিব লাগিল। সেই বুলি তান্ত্ৰিকে মন্ত্ৰৰ বলেৰে পুখুৰীৰ পানী শুকুৱাবলৈ ধৰিলে।

ৰজাৰত বিক্ৰী কৰিবলৈ নিয়া মতা ম'হ এটা বিক্ৰী নোহোৱা বাবে বেপাৰীজনে ঘূৰাই লৈ আহিছিল। পুখুৰীৰ পানী দেখি ম'হটোৱে পানী খাবলৈ নামিল। ৰজাৰ ল'ৰাই এইবাৰ এটা জোক হৈ পানী খাই থকা ম'হৰ নাকেদি সোমাই তাৰ পেটৰ ভিতৰত আশ্ৰয় লয়। কিন্তু চতুৰ তান্ত্ৰিকে সেইকথা বুজি পালে আৰু সৰহ টকা দি বেপাৰিজনৰ পৰা ম'হটো কিনিলৈ তাৰ নাকীত ধৰি ঘৰমুৱা হয়।

ৰজাৰ ল'ৰাই এইবাৰ বৰ নিৰূপায় অনুভৱ কৰিলে। যি হওক ম'হটোৰ পায়খানাৰ লগত সি বাহিৰলৈ ওলাই আহিল। বেজজনে তাক ধৰিবলৈ চেষ্টা কৰাত সি এটা পাৰ্‌কি'ৰ ৰূপ ধৰি আকাশ মাৰ্গলৈ উৰি গুচি যায়। বেজে তাৰ স্বভাৱসুলভ কুটিল হাঁহি মাৰি স্বগতোক্তি কৰিলে—"বোপাই! মোৰ কাম তুমি সহজ কৰি দিলা। তোমাক ফালি-চিৰি নেফানেফ কৰি কলিজা ভক্ষণ কৰিম।" সেইবুলি ভাবি সি এটা উন্মত্ত চিলনীৰ ৰূপ লৈ কপৌটিক ধৰিবলৈ আকাশলৈ উৰা মাৰে।

আকাশৰ মাজত চিলনীয়ে কপৌটিক খেদিবলৈ ধৰিলে। এই ধৰোঁ, এই ধৰোঁ অৱস্থা। এনেতে হঠাতে কপৌ ৰূপী ৰজাৰ ল'ৰাই এগালমান সৰিয়হ গুটিৰ ৰূপ লৈ আকাশৰ পৰা মাটিলৈ সুৰ সুৰকৈ পৰি গ'ল। লগে লগে তান্ত্ৰিকে কবুতৰৰ[৩] ৰূপ লৈ মাটিলৈ নামি আহে আৰু সৰিয়হখিনি খাবলৈ চেষ্টা চলায়। ঠিক তৎমুহূৰ্ততে ৰজাৰ ল'ৰাই বিলাইৰ ৰূপ লৈ একে জাঁপে কবুতৰটোক ধৰি লৈ ডিঙি মুচৰি দুটুকুৰা কৰি দিয়ে লগে লগে তান্ত্ৰিকৰ প্ৰাণবায়ু বাজ হৈ যায়।

এইদৰে ৰজাৰ সৰু পুতেকে তাক শিকোৱা তন্ত্ৰ-মন্ত্ৰ আৰু নিজৰ উপস্থিত বুদ্ধিৰ সহায়ত 'দগাবাজ' তান্ত্ৰিকৰ হাতৰ পৰা নিজকে ৰক্ষা কৰে। বাপেক আৰু ককায়েককো নিশ্চিত মৃত্যুৰ পৰা উদ্ধাৰ কৰে। তাৰ পিছত তিনিও নিজ ৰাজ্যলৈ যায় আৰু ৰজাৰ সৰু ল'ৰাই মন্ত্ৰৰ সহায় তথা কূটকৌশলৰ দ্বাৰা ধুৰন্ধৰ মন্ত্ৰী আৰু তেওঁ সাংগো-পাংগসকলক পৰাস্ত কৰি নিজৰ ৰাজ্য পুনৰ উদ্ধাৰ কৰে। ইয়াৰ পিছত নিজৰ পুত্ৰদ্বয়ত লৈ ৰজাই সুখে-সন্তোষে দিন অতিবাহিত কৰিবলৈ ধৰিলে।





# বামহন্ ঠাকুৰ

এখন গাঁৱত এজন ব্ৰাহ্মণ যুৱক আছিল। নিঠৰুৱা যুৱকজনৰ নিজৰ বুলিবলৈ আপোনজন হিচাপে কোনো নাছিল। আপোনমনে অকলশৰে কাৰো লগত হাই-দন নকৰাকৈ তেওঁ ওচৰ-চুবুৰীয়াৰ লগত বৰ মিলা-প্ৰীতিৰে বসবাস কৰিছিল। গঞা ৰাইজৰ পৰা মৰম আৰু শুভাশীষ লাভ কৰিবলৈ সক্ষম হোৱা যুৱকজনৰ বিবাহ কাল উপস্থিত হ'ল। পিছে ঘাট-মাউৰা যুৱকৰ বাবে কোনেনো ছোৱালী বিচাৰি যাব? কোনেনো আগুৱাদাৰ[১] হ'ব? এনে ভাববোৰ যুৱকজনৰ মনলৈ প্ৰায়ে আহে আৰু মনটোত থিত লৈ তাক চিন্তাক্লিষ্ট কৰি পেলায়। বাল্যকালতে ঘটা পিতৃ-মাতৃৰ বিয়োগৰ বিষাদৰ জ্বলাই দোভাগ নিশালৈকে প্ৰায় প্ৰতিদিনেই তাৰ নিদ্ৰা হৰণ কৰিবলৈ ধৰিলে।

অভ্যাসবশতঃ ব্ৰাহ্মণ-তনয় সৰ্বদাই ব্ৰহ্মপুত্ৰতে শয্যা ত্যাগ কৰে। লোটা লৈ ঘৰৰ পৰা ওলাই যায়। পাহাৰী তটিনীৰ তীৰতে প্ৰাতঃকৃত সমাপন কৰে আৰু মিচি[২] গছৰ সৰু ডাল এটাৰে দন্ত মঞ্জন কৰি কুলু কুলু কৰি বৈ অহা জুৰিৰ পানীত মুখ প্ৰক্ষালন কৰে। তাৰ পিছত শীতলী পানীত অৱগাহন কৰি স্নান কাৰ্য সমাপনান্তে কাজলিপুষ্ঠ পানী সূৰ্য দেৱতাৰ উদ্দেশ্যে তৰ্পণ কৰি শান্তি-সমৃদ্ধি আদি শুভাৰম্ভ কামনাৰে প্ৰাৰ্থনা জনায়। মুখখুলি নিজৰ বাবে এজনী সৰ্বসুলক্ষণা কন্যা কামনা কৰি দিবাকৰ দেৱতাক নিৱেদন জনাবলৈ তাৰ সাহস নহয়। সেয়ে প্ৰাৰ্থনাৰ সময়ত সেই পৰম আকাংক্ষিত ভাবতো কেতিয়াও সি প্ৰকাশ কৰিব পৰা নাই। দেৱতাক প্ৰাৰ্থনা জনাই নিজৰ ঈপ্সিত বস্তুৰ বাবে নিবেদন জনোৱাত অপৰাধ নাই বুলি সি জানে। তথাপিতো সেই মৰসাহ সি অদ্যপৰিমিত কৰিব পৰা নাই।

কথাতে কয় ভগবান অন্তৰ্যমী। সকলোৰে অন্তৰৰ গুপুত কথা ভগৱানে জানিব পাৰে। ব্ৰাহ্মণ তনয়ৰ অন্তৰৰ আকুতিও ভগৱানৰ অজানিত হৈ নৰ'ল। ফাগুণ মাহৰ শুক্লা চতুৰ্দশীৰ সন্ধ্যা তেওঁৰ ঘৰলৈ এজন স্বজাতীয় অভ্যাগত আহিল। কাহানিও কোনো আলহী-অতিথি নহা ঘৰখনত এজন আলহী অহাত সি পৰম আহ্লাদেৰে অতিথিৰ সেৱা-সৎকাৰ কৰে। ঘটকালি কৰিবলৈ অহা ঘটকজন ব্ৰাহ্মণে যুৱকৰ আতিথায়িত্যত মুগ্ধ হয় আৰু পাহাৰৰ সিপাৰত থকা গাঁওখনৰ দুখীয়া ব্ৰাহ্মণ তনয়াক বিবাহ কৰাবলৈ তাক অনুৰোধ জনায়।

দুয়োপক্ষৰ সম্মতিত অতি ধূমধামেৰে ব্ৰাহ্মণ যুৱকৰ শুভবিবাহ সম্পন্ন হৈ যায়। মনৰ সাধ[৪] পুৰা হোৱাত সি বৰ আনন্দিত হয় আৰু সূৰ্যদেৱতাৰ উদ্দেশ্যে জল[৫] তৰ্পণ কৰে।

বিবাহৰ পিছত অধীৰ অপেক্ষাৰে সি এমাহ দিন অতিবাহিত কৰে। তাৰ পিছত শুভ দিন-বাৰ চাই সি গৌলাং কৰিবলৈ যাত্ৰা কৰে। হাতত লাঠী, কান্ধত ছাটি, বগলত মোনা আৰু মূৰত পাগুৰি মাৰি সি সংকীৰ্ণ মঙ্গলময় পথেৰে শহুৰেকৰ ঘৰলৈ বুলি পথ অতিক্ৰম কৰিবলৈ ধৰিলে।

শহুৰেকৰ ঘৰত কথাবোৰ পাগুলি গৈ থাকোঁতে তাৰ ঘৈণীয়েকৰ ধুনীয়া মুখখনলৈ মনত পৰিল। বিয়াৰ দিনৰ স্মৃতিবিজৰিত নানান কথাবোৰ তাৰ মনলৈ অহাত সি বৰ ৰোমাঞ্চিত হৈ পৰিল। এইদৰে কিছুদূৰ বাট যোৱাৰ পিছত হঠাতে সি মূৰ তুলি আগলৈ চাওঁতে দূৰণিৰ খেৰনিত দাউ দাউকৈ জ্বলা একুৰা জুই দেখিবলৈ পালে। গ্ৰাম্য পৰিবেশত এনেধৰণৰ জুই কোনো নতুন কথা নহয়। সেয়ে সি একো নাভাবি তাৰ অনাগত দিনৰ মধুৰ সংসাৰৰ কথা ভাবি ভাবি কেতিয়া যে জুইকুৰাৰ তেনেই ওচৰলৈ আহিল সি ধৰিবকে নোৱাৰিলে।

হঠাৎ সি মূৰ দাঙি ওপৰলৈ চাওঁতে চাওঁতে সৰু এটা উঁই হাফলুত ফণা তুলি থকা এটা সাপ দেখা পালে। জুইয়ে উঁই হাফলোটো ধৰিছিল জুইত পুৰি মৰাৰ ভয়ত আঁতুৰ হৈ সাপটো তাৰ প্ৰাণ ৰক্ষা কৰিবৰ বাবে ব্ৰাহ্মণ ঠাকুৰক নিৱেদন জনালে। কালক ৰক্ষা কৰি নিজৰ জীৱন বিপন্ন কৰাৰ প্ৰয়োজন নাই। শাস্ত্ৰৰ এই বচন মানি যুৱকে সাপৰ কাতৰ অনুৰোধ প্ৰত্যাখান কৰে। কিন্তু প্ৰাণ বচালে ত্ৰাণকৰ্তাৰ একো অপকাৰ নকৰোঁ বুলি তিনি সইত খোৱাত যুৱকজনে হাতত থকা লাঠীডালৰ এটা মূৰ সাপটোৰ ওচৰলৈ আগ বঢ়াই দিলে। সাপটোৱে লাঠীডালত মেৰিয়াই ধৰাৰ লগে লগে গাৰ সমস্ত শক্তিৰে সি লাঠীডাল জুই নথকা ঠাইলৈ দলি মাৰি দিয়ে।

সাপটো বিপদমুক্ত হ'ল। তাৰ প্ৰাণ বাচিল। এটা আঁতৰত পৰা জীৱৰ প্ৰাণ বচোৱাৰ আনন্দত বামন ঠাকুৰ অভিভূত হয়। সাপৰ ওচৰতে পৰি থকা লাঠীডাল তুলিবলৈ যাওঁতে সাপটোৱে কিন্তু তাক দংশন কৰিবলৈ ফণা তোলাত সি বৰ ভয় খালে আৰু তাৰ অনিষ্ট নকৰিবলৈ সাপটোৱে প্ৰতিজ্ঞা কৰাৰ কথা সোঁৱৰাই দিয়ে।

সাপ—তোমালোক মানুহৰ জাতিটোৱেই আমাৰ পৰম শত্ৰু। তুমি আচলতে মোক বচাবই নালাগিছিল। যি হওক তুমি এটা ডাঙৰ ভুল কৰিলা আৰু সেয়ে এতিয়া প্ৰায়শ্চিত্ব কৰিবলৈ সাজু হোৱা।

যুৱক—সাপ হ'লেও তুমি ভগৱানৰে সৃষ্টি। মোৰ কোনো অপকাৰ নকৰোঁ বুলি তুমি ভগৱানৰ নামত শপত খাইছিলা। ভগৱানৰে 'দোহায়' তুমি মোক নুখুটিবা। মোৰ সদ্য বিবাহিত বামুণনীজনী বিধৱা হৈ পৰিব।

সাপ—তোমাৰ সেইবোৰ কাতৰ-প্ৰাৰ্থনা মই নুশুনো। দংশন কৰি তোমাক মই যমৰাজালৈ পঠিয়াম। আজি তোমাক কোনেও ৰক্ষা কৰিব নোৱাৰিব।





যুৱক—মোক তুমি কি দোষত দংশন কৰিব খুজিছা জনাবানে বাৰু?

সাপ—তোমালোক মানুহ জাতিয়ে সাপ দেখিলেই লাঠী লৈ খেদি আমাক মাৰি পেলাব়। অকণো দয়ামায়া তোমালোকৰ নাই। ঈশ্বৰৰে সৃষ্টি বুলিতো আমাক কেতিয়াও তোমালোকে ক্ষমা নকৰা। হয়নে নহয় কোৱাচোন। তোমালোক আমাৰ জাতিৰ শত্ৰ। সেয়ে মই তোমাৰ প্ৰাণ ল'বলৈ ইচ্ছা কৰিছোঁ।

যুৱক—উপকাৰীক অজগৰে খায় বুলি সেইকাৰণে বোধহয় মানুহৰ মাজত এফাকি বচন প্ৰচলিত হৈ আছে। ঠিক আছে তুমি যেতিয়া মোক দংশিবই খুজিছা তেনে ক্ষেত্ৰত তোমাক আৰু অনুৰোধ জনাই লাভ নাই। মই সাজু আছোঁ। তুমি মোক দংশন কৰি তোমাৰ জিভাত থকা নীল ৰঙৰ হলাহল মোৰ শৰীৰত ঢালি দিব পাৰা। মই আৰু কোনো আপত্তি নকৰোঁ।

সাপ—তোমাৰ গাত মই হলাহল ঢালিমেই। কিন্তু তাৰ আগতে তোমাক মই এটা সুযোগ দিছোঁ। তুমি সৌ জমিদাৰৰ ঘৰত থকা বুঢ়ী গাই গৰুজনীৰ ওচৰলৈ যোৱা। মোৰ প্ৰাণ বচোৱাৰ কথা গাইজনীক বিতংকৈ জনাবা। মোৰ প্ৰাণ বচালে তোমাৰ একো নকৰোঁ বুলি ভগৱানৰ নামত তিনি সইত খাই প্ৰতিজ্ঞা কৰাৰ কথাও ক'বা। তাৰ পিছত মই তোমাক দংশন কৰিবলৈ লোৱা কথাখিনি জনাবা আৰু গাইজনীৰ ৰায়ং বিচাৰিবা। যদিহে গাইজনীয়ে কয় যে মই অন্যায় কৰিবলৈ লৈছোঁ তেতিয়াহ'লে মই তোমাক দংশন নকৰোঁ। কিন্তু এটা কথা মনত ৰাখিবা। তুমি কদাপি পলাবলৈ চেষ্টা নকৰিবা। আমি সৰ্পৰ জাত। কেতিয়াও আমি এবাৰ দেখা মানুহ পাহৰি নাযাওঁ। তুমি পলাই গ'লেও মই তোমাক এদিন নহয় এদিন বিচাৰি উলিয়াম। দংশন কৰি তোমাক নিশ্চিত ভাৱেই যমৰ আলহী কৰিম। গতিকে সাৱধান। গাইজনীয়ে তোমাক যি ক'ব সেই কথা তুমি অকণো আঁৰ-বেৰ নকৰাকৈ মোক জনাবাহি। তুমি মোক ফাঁকি দিবলৈও চেষ্টা নকৰিবা। তুমি এতিয়া যাব পাৰা।

বিমৰ্ষ বদনে বামুহন্ ঠাকুৰ জমিদাৰৰ গৰু বন্ধা গোহালিলৈ যাত্ৰা কৰে। গোহালিৰ এচুকত থকা হাত-ছাল ওলোৱা নিশকটীয়া বুঢ়ী গাইজনীক সেৱা জনাই সি সুধিলে।

যুৱক—গৌ মাতা! কোৱাচোন বাৰু প্ৰতিজ্ঞা ভংগ কৰাটো মহাপাপৰ ভিতৰত পৰে নে নপৰে। সেই বুলি জুইয়ে চাৰিওফালৰ পৰা আগুৰি ধৰা এটা নাগসাপৰ প্ৰাণ ৰক্ষা কৰা আৰু তাৰ বিনিময়ত নিজৰ প্ৰতিজ্ঞা ভংগ কৰি সাপটোৱে তাক দংশন কৰিবলৈ উদ্যত হোৱাৰ কাহিনীটো বিৱৰি কয়। তাৰপিছত গাইজনীৰ মতামত বিচাৰি সি নিবেদন জনায়।

গাই—সকলো কথা শুনাৰ পাছত গাইজনীয়ে ক'বলৈ ধৰে। তহঁত মানুহৰ জাতৰ সজ্ঞাত নাই। তহঁতে নিজৰ স্বাৰ্থৰ কথা আগত ৰাখিয়ে পাপ-পূণ্যৰ বিচাৰ কৰ। সদায়েই

তহঁতে নিজৰ স্বাৰ্থৰ হকে চিন্তা কৰিহে কাম কৰ। তহঁতৰ সমান ধূৰ্ত দগাবাজ, প্ৰতিহিংসা পৰায়ণ আৰু স্বাৰ্থী জীৱ এই ভুৱনত আন কোনো নাই। তহঁতক অকণো বিশ্বাস কৰিব নোৱাৰি। মোৰ নিজৰ কথাকে কওঁ শুন। মোৰ গৰাকী এজন জমিদাৰ। ধন, টকা-পইচাৰ তাৰ কোনো অভাৱ নাই। গোটেই জীৱন মই তাক মোৰ বুকুৰ গাখীৰৰ অমৃত পান কৰালোঁ। গোহালি ভৰ্ত্তি দমৰা-দামুৰি উপহাৰ দিলোঁ। মোৰ গোৰূবেৰে খেতিপথাৰ কৰিলো আৰু কত কি যে নকৰিলোঁ। পিছে মই এতিয়া বুঢ়ী হ'লোঁ। মই পোৱালি দিব নোৱাৰা হৈছোঁ। মোৰ বুকুৰ গাখীৰৰ ভাণ্ডাৰো শুকাই গ'ল। সেয়ে মই এতিয়া জমিদাৰৰ পেলনীয়া বস্তু। আজিকালি গোহালিলৈ আহিলেও জমিদাৰ চাহাব মোৰ ওচৰ নাচাপে। মোৰ পিঠিত হাত বুলাই মোক মৰম নকৰে। সেইবোৰ বাদ দিয়া। খাবলৈ মোক দানাপানী আৰু ভাল ঘাঁহ বন্ধ কৰি দিছে। তদুপৰি মোক বিক্ৰী কৰি দুটামান ঘটিবলৈকো সি কুণ্ঠাবোধ কৰা নাই। কচাইৰ পৰা আগধনো লৈছে। এতিয়া তয়ে কচোন। মানুহ বিশ্বসঘাটক আৰু স্বাৰ্থপৰ হয়নে নহয়। মোৰ জীৱনজোৰা কৰা উপকাৰৰ প্ৰতিদান হিচাপে জমিদাৰে মোক কচাইৰ হাতত সপিবলৈ লৈছে। যিয়ে মোক কাটি মোৰ মাংস আৰু ছালৰ বেহা কৰিব। গতিকে তহঁত খাই পাতফলা অজীণ পাতকী নহৰ জানোঁ? গতিকে তোক সাপে খুটিবলৈ লোৱাটো একো অধৰমৰ কাম নহয়। আনহাতে আজি সুবিধা পাওঁতে তোক যদি সাপটোৱে দংশন নকৰে তেতিয়া হ'লে আন এদিন তয়েই যে সাপটোক মাৰি নেপেলাবি তাৰ কোনো প্ৰান্তি[১১] নাই।

গতিকে মোৰ ৰায় অনুযায়ী সাপটোৱে তোক দংশন কৰিবহে লাগে। কিয়নো স্বাৰ্থপৰ মানুহ জাতিৰ উপকাৰ কৰি আন জীৱকুলৰ মংগল কেতিয়াও হোৱা নাই। তহঁতে মংগল কেতিয়াও নিবিচাৰ।

গাইজনীৰ মতামত শুনাৰ পিছত বামুণ যুৱকজনে জীয়াই থকাৰ আশা সমূলি ত্যাগ কৰে। সি পোনে পোনে সাপৰ ওচৰলৈ আহি গাইজনীৰ বিচাৰৰ ৰায় জনাই তাক দংশন কৰিবলৈ সাপক নিৱেদন জনায়। এনেকৈয়ে সি মানুহ জাতিয়ে কৰা পাপ-কৰ্মৰ প্ৰায়শ্চিত্ব কৰিবলৈ সাজু হৈ ৰয়।

কিন্তু সৰ্পৰাজে সকলো শুনাৰ পাছত পুনৰ যুৱকক কয়—তোক মই আৰু এটা সুযোগ দিছোঁ। এইবাৰ তই গাঁওখনৰ ইটো মূৰত থকা জমিদাৰৰ বাৰীত এজোপা বুঢ়া তেতেলি গছ আছে। এইবাৰ তই গছজোপাক সুধি আহগৈ। যদিহে গছজোপাই মই তোক দংশন কৰিবলৈ লোৱা কাৰ্যক অন্যায় বুলি কয় তেতিয়াহ'লে মই তোক এৰি দিম। কিন্তু খবৰদাৰ। তই যেন পলাই যাবলৈ চেষ্টা নকৰ। পলায়ন কৰিলে তই কিন্তু নিস্তাৰ নাপাবি।





আমন-জিমনকৈ শেষ চেষ্টা কৰি চোৱাৰ হেঁপাহেৰে ব্ৰাহ্মণ যুৱকে এইবাৰ তেতেলি গছৰ ওচৰ পায়গৈ। সি গছজোপাক প্ৰাণিপাত জনাই নিজৰ উদ্দেশ্য নিৱেদন কৰিলে। গছে আদিৰ পৰা অন্তলৈকে সকলো কথা শুনাৰ পিছত ক'বলৈ ধৰিলে।

গছ—তোক দংশন কৰিবলৈ লৈ সাপে কোনো অন্যায় কাম কৰা নাই। কিয়নো তহঁত মানুহজাতিটোৱেই হলি অতিশয় স্বাৰ্থপৰ জীৱ।

যুৱক—বৃক্ষ মহাৰাজ। তুমি মানুহক কি দোষৰ বাবে স্বাৰ্থপৰ বুলি দোষাৰোপ কৰিছা বুজাই ক'বানে?

তেতেলি—মানুহ যে অতিকে স্বাৰ্থপৰ তাৰ উদাহৰণ বিচাৰি আনলৈ যাব নালাগে। তুমি মোলৈকে চোৱাচোন? মই গোটেই জীৱন ধৰি মোৰ গৰাকীৰ সুস্বাদু উপহাৰ দিছোঁ। কেঁচা-পকা তেতেলিৰে তেওঁ নানাধৰণৰ আঁচাৰ, চাটনি আদি কৰি খাইছে। তদুপৰি মোৰ কোমলীয়া পাতৰ পৰা পালৰা[১২] তৈয়াৰ কৰি গোটেই বছৰ ব্যৱহাৰ কৰে। শুকান ডালৰ পৰা জুই জ্বলাই ভাত-পানী ৰন্ধা-বঢ়া কৰে। মোৰ পৰা ইমান উপকাৰ পোৱাৰ পিছতো এতিয়া মোৰ বয়স হৈ অহাত মই আগৰ দৰে অধিক ফল দিব নোৱাৰাত একমাত্ৰ দুখৰ বাবেই মালিকে মোক কাঠুৰিয়া[১৩]ৰ ওচৰত বিক্ৰী কৰিবলৈ লৈছে। ইয়াৰ পৰা দেখা যায় যে মানুহ জাতিয়ে উপকাৰীৰ উপকাৰ গ্ৰহণ কৰে আৰু নিজৰ স্বাৰ্থসিদ্ধি কৰে। কিন্তু উপকাৰীৰ উপকাৰৰ কথা কেতিয়াও স্বীকাৰ নকৰে। সেয়ে সাপটোৱে তহঁতে অৰ্থাৎ মানৱ জাতিয়ে দেখুৱাই দিয়া উদাহৰণ অনুসৰণ কৰিহে তোমাক দংশন কৰিব বিচাৰিছে। গতিকে সি একো পাপ কাম কৰিব খোজা নাই। অজীন-পাতকী মানৱ জাতিৰ ওপৰত সি মাথোঁ এটা শিতানহে দিবলৈ লৈছে।

তেতেলি গছৰ মতামত শুনাৰ পিছত ব্ৰাহ্মণ তনয় সাপৰ ওচৰলৈ ঘূৰি যায়। গছে প্ৰদান কৰা ৰায় জনায় সি দংশন কৰিবলৈ কয়। সাপে তাক দংশন কৰিবলৈ ফণা তুলি আহিও দংশন নকৰি তাক ক'বলৈ ধৰিলে।

তোমাক মই এটা চৰ্তত প্ৰাণ ভিক্ষা দিব পাৰোঁ। সেইটো হৈছে এই যে তুমি বুঢ়ী গাইজনী আৰু বুঢ়া তেতেলি জোপাৰ প্ৰাণ ৰক্ষা কৰিব লাগিব। জমিদাৰ দুয়োজন মানুহ। মানুহে আনৰ কথামতে কেতিয়াও কাম নকৰে। আনহাতে তুমি হ'লা মানুহ জাতিৰ ভিতৰতে শ্ৰেষ্ঠ পণ্ডিত শ্ৰেণীৰ লোক। তোমাৰ কথা জমিদাৰসকলে নিশ্চয় মানিব। গতিকে তুমি যদিহে গাইজনী আৰু তেতেলি জোপাৰ প্ৰাণ ৰক্ষা কৰিব পাৰা তেন্তে মই তোমাৰ জীৱন বক্স[১৪] দিম। যোৱা তুমি ততাতৈয়াকৈ যোৱা।

সাপৰ কথা শুনি ব্ৰাহ্মণ তনয় প্ৰথমতে গাইগৰুজনীৰ মালিকৰ ওচৰলৈ যায়। গৰাকীজনৰ ভূত-ভৱিষ্যত গণনা কৰি জনায় যে গাই গৰুজনী হ'ল সেই ঘৰখনৰ লখিমী। যিদিনাই এই লখিমীক ঘৰৰ পৰা ওলিয়াই দিয়া হ'ব সেইদিনাৰ পৰা ঘৰখনত

অপায়-অমংগলে দেখা দিব। সেয়ে গৰুজনীক ভালদৰে দানাপানী দি সেৱা-শুশ্ৰষা কৰি ৰাখিবলৈ ব্ৰাহ্মণে জমিদাৰক উপদেশ দিয়ে আৰু নিজৰ ভৱিষ্যত মংগলৰ কথা চিন্তা কৰি জমিদাৰে এই পৰামৰ্শ গ্ৰহণ কৰে। ফলত গাইজনীৰ প্ৰাণ-ৰক্ষা পৰিল।

এইবাৰ সি তেতেলি গছৰ মালিকৰ ওচৰ চাপে। মালিকৰ ভূত-ভৱিষ্যত গণনা কৰি সি কয় যে যিদিনাই তেতেলি গছজোপা কাটি পেলোৱা হ'ব সেইদিনৰ পৰাই গৃহস্থৰ অপায় অমংগল আৰম্ভ হ'ব আৰু অতি কমদিনৰ ভিতৰতে তেওঁৰ সবংশে নাশ হ'ব। এনে কথা শুনা মাত্ৰকে জমিদাৰজনে গছজোপা বিক্ৰী কৰাৰ পৰিকল্পনা ত্যাগ কৰে। ব্ৰাহ্মণক সিধা আৰু দান-দক্ষিণা দি তেওঁ বিদায় গ্ৰহণ কৰে।

বামুণে পুনৰ সাপৰ ওচৰলৈ গৈ গাই গৰুজনী আৰু তেতেলি গছজোপাৰ প্ৰাণ ৰক্ষা কৰা কথা জনায়। তাকে শুনি সাপটো বৰ আনন্দ লাভ কৰে আৰু মানুহজনক দংশন কৰাৰ সিদ্ধান্ত উঠাই লয়।

এইদৰে সাপটোৱে ব্ৰাহ্মণ তনয়ৰ যোগেদি সমগ্ৰ মানৱ জাতিকে নিৰ্বাকি জীৱ-জন্তু আৰু প্ৰকৃতিৰ গছ-লতাক ৰক্ষা কৰাৰ এটা অভিনৱ শিক্ষা দান কৰে।

আহক! আমি এনেধৰণৰ মহান শিক্ষা গ্ৰহণ কৰি নিজৰ ক্ষুদ্ৰস্বাৰ্থ জলাঞ্জলি দি প্ৰকৃতি আৰু লগতে জীৱ-জন্তুৰ প্ৰতি সমব্যৱহাৰ কৰোঁহক। যিহেতু আমি পৰস্পৰ নিৰ্ভৰশীল। সেয়ে প্ৰত্যেকৰে জীৱন-বৃদ্ধিৰ বাবে আমি সহায় আৰু সহানুভূতি আগ বঢ়োৱা নিতান্তই প্ৰয়োজন। নচেৎ আমাৰ স্থিতিৰ ওপৰতে বিপৰ্যয় আহি পৰাৰ পূৰ্ণ সম্ভাৱনা আছে। ❑